*A Brief*

# History of India.

**PART, I.**

*By*

PADMA NATH BOROOAH.

*First Edition*

1903.




# ভাৰতবৰ্ষৰ সংক্ষেপ বুৰঞ্জী।

আদি ছোৱা।

—o—

## শ্ৰীপদ্মনাথ বৰুৱা প্ৰণীত।

প্ৰথম তাঙ্গৰণ,

১৮২৫ শক।

DISTRICT LIBRARY
(HEM BARUA COLLECTION)
TEZPUR.

বেচ, ৶৹ ডেৰমহা মাথোন

# উছৰ্গা।

—০—

অসমীয়া ভাষাত ভাৰতবৰ্ষৰ বুৰঞ্জীৰ

— বিশেষকৈ হিন্দু-ৰাজত্ব খণ্ডৰ —

অভাৱ দেখাই

যি জনে

সেই অভাৱ গুচাবলৈ মোক উৎসাহ দিছিল,

সেই

শ্ৰদ্ধাস্পদ দেশ-হিতৈষী পুৰুষ

**শ্ৰীযুক্ত জগন্নাথ বৰুৱা বি, এ,**

**ৰায়বাহাদুৰ ডাঙ্গৰীয়াৰ**

খ্যাতনামত

এই

**সংক্ষেপ বুৰঞ্জী**

উছৰ্গা হল।

—:(•):—

# পাতনি।

১৮২২ শকৰ এনে দিনতে ভাৰতবৰ্ষৰ বুৰঞ্জী শিপিবলৈ
হাতত লোৱা হৈছিল। তেতিয়াৰে পৰা চলিত শকৰ
হে ইয়াৰ আদিছোৱা বা হিন্দু-ৰাজত্ব খণ্ডৰ লিখা শেষ
হৈছে। যোৱা তিনি বছৰৰ গোটেই সময় এই ক্ষুদ্ৰ খণ্ডটি
লিখি থাকোঁতেই যে লাগিছিল এনে নহয়, বুৰঞ্জীমূলক তথ্য
অনুসন্ধানৰ অৰ্থে ইয়াক মাজে মাজে তিনিমাহ-ছমাহকৈও
এপলাই থব লগাত পৰিছিল। সেই অৱসৰত লিখকে আন-
খান কেবাখনো গ্ৰন্থ মুদ্ৰিত কৰিলে। হিন্দু-ৰাজত্ব খণ্ডৰ
বুৰঞ্জীমূলক তথ্য পাবলৈ টান; গতিকে, ইংৰাজী খঃ চেৰেক
গ্ৰন্থত বাজে, আজিলৈকে কোনো দেশী ভাষাৰ বুৰঞ্জীত এই
খণ্ডৰ বিস্তাৰিত বিৱৰণ পাবলৈ নাই, অসমীয়া ভাষাত নহ-
লেৰে কথা। এই ডাঙৰ অভাৱ কথঞ্চিৎ পূৰণ কৰাই এই ভাৰত-
বুৰঞ্জী শিপিবলৈ হাতত লোৱাৰ মাই উদ্দেশ্য; কিমান দূৰ
কৃতকাৰ্য্য হোৱা গৈছে, তাক পৰাস্তে পাঠকৰ মুখে শুনা যাব।

আজিলৈকে প্ৰকাশ হোৱা ভাৰতবুৰঞ্জী বিলাক একে
খণ্ডীয়া, কিম্বা মুঠে দুখণ্ডত বিভক্ত; হিন্দু আৰু মুছলমান
ৰাজত্ব বেলেগাই কোনেও তিনি খণ্ড কৰা নাই। এনে তিনি
বেলেগ কৰাত নতুনত্ব দেখুৱাটো লিখকৰ উদ্দেশ্য নহয়;

বহুতে হিন্দুৰ নজনা হিন্দুৰাজত্ব খণ্ডৰ বিষয়ে জানিবলৈ সৰ্ব্ব-সাধাৰণে সুলভত একোখন লব পৰাকৈ হে ইয়াক সুকীয়া কৰা হল। তদুপৰি, তিনি চোৱা পৃথক হলে, ভাৰতবৰ্ষৰ বুৰঞ্জীৰ শিক্ষা মজলীয়া স্কুলৰ তৃতীয় শ্ৰেণীৰে পৰা আৰম্ভ কৰিবলৈ চল লাগিব; অৰ্থাৎ, তৃতীয় শ্ৰেণীত অকল আদি-চোৱা, দ্বিতীয় শ্ৰেণীত প্ৰথম দোচোৱা, আৰু প্ৰথম শ্ৰেণীত তিনিও চোৱা কিনোতে আৰু পঢ়োঁতে ছাত্ৰে বৰ সুচল পাব।

হিন্দুৰাজত্ব খণ্ড যুগুত কৰাত ভালেমান দিন গল বুলিও, বাকী ডাঙৰ দুই খণ্ডত সিমান দিন লগা নাই; এই বছৰৰ কমিটীত ছপা কিতাপ শোধাব পৰা নেযাব যদিও, সেই দোচোৱা অহা বছৰৰ পুথি-বচা মেলৰ হাতত পৰিবগৈ বুলি আশা কৰা গৈছে।

সামৰণিত লিখকে শলাগ লৈ কয় যে. এই ভাৰতবৰ্ষৰ বুৰঞ্জী যুগুত কৰিবৰ নিমিত্তে তেওঁ ভালেমান ইংৰাজী. বঙ্গলা আৰু অসমীয়া গ্ৰন্থ চাইছিল। তাৰ ভিতৰত মিষ্টাৰ আৰ, চি. দত্ত আৰু মিষ্টাৰ এলফিনষ্টোনৰ বুৰঞ্জীৰ পৰা বিশেষ সহায় পোৱা গৈছে; সেই বাবে সিবিলাক দুজনৰ ওচৰত লিখক বিশেষকৈ কৃতজ্ঞ। ইতি

তেজপুৰ,<br>
শাওণ, ১৮২৫ শক। } শ্ৰীপদ্মনাথ গগৈ-বৰুৱা।

# রাষ্ট্রপতি-সুভাষ বসু



রাষ্ট্রপতি-সুভাষ বসু

প্রতাপ তালুকদার

অৰ্পণ—

DISTRICT LIBRARY
BARUA COLLECTI
TEZPUR.






"প্ৰতিমা," "বীণ-বৰাগী"ৰ খনিকৰ আৰু

"অসমীয়া"ৰ জন্মদাতা

৺চন্দ্ৰকুমাৰ আগৰৱালাৰ

স্বৰ্গীয় নামত।

—প্ৰতাপ

PLEASE HANDLE THE BOOK CAREFULLY

# ৰাষ্ট্ৰপতি—সুভাষচন্দ্ৰ বসুৰ চমু জীৱনী

স্বৰ্গীয় জানকীনাথ বসুৰ জন্মস্থান আছিল ২৪ পৰগণাৰ কোদালীয়া গাঁৱত। কটক জিলাত তেওঁ চৰ্কাৰী উকীল আছিল। তেওঁ বহুত বছৰ কটক মিউনিছিপেলটিৰ আৰু জিলা বোৰ্ডৰ চেয়াৰমেনো আছিল। ৺জানকীনাথক চৰ্কাৰে ৰায় বাহাদুৰ উপাধি দিছিল। যোৱা আইন অমান্য আন্দোলনৰ সময়ত চৰ্কাৰৰ দমননীতিৰ প্ৰতিবাদ স্বৰূপে তেওঁ এই উপাধি ত্যাগ কৰে। পঁচসত্তৰ বছৰ বয়সত জানকী নাথ স্বৰ্গী হয়। তেওঁৰ আঠটি লৰা আৰু ছজনী ছোৱালী। তাৰ ভিতৰত ছয়টি লৰা আৰু দুজনী ছোৱালী এতিয়াও জীৱিত। এই ছয়টি লৰাৰ ভিতৰত বৰ্ত্তমান ভাৰতীয় কংগ্ৰেছ মহাসভাৰ সভাপতি শ্ৰীযুত সুভাষচন্দ্ৰ বসু এজন।

১৮৯৭ সনৰ জানুৱাৰী মাহৰ ২৩ তাৰিখে শ্ৰীযুত সুভাষচন্দ্ৰ বসুৰ জন্ম হয়—কটক জিলাত। সুভাষচন্দ্ৰৰ মাতৃ এতিয়াও জীৱিত। তেওঁৰ বয়স বৰ্ত্তমান ৭০ বছৰ। তেওঁ এগৰাকী ভাৰতৰ আদৰ্শ ৰমণী। তেওঁ অতিশয় মৰমিয়াল, ধৰ্ম্ম-প্ৰাণা। পুত্ৰ কন্যাসকলেও তেওঁক বৰ ভক্তি কৰে।

পাঁচ বছৰ বয়সত সুভাষচন্দ্ৰক কটকৰ প্ৰটেষ্টাণ্ট ইউৰোপীয়ান স্কুলত ভৰ্ত্তি কৰি দিয়ে। তাত তেওঁ বাৰ বছৰ বয়সলৈকে পঢ়িছিল। তাৰ পিছত তেওঁক ৰাভেনশ্ব কলেজিয়েট স্কুলত ভৰ্ত্তি কৰি দিয়ে। তাৰ পৰা তেওঁ কৃতিত্বৰে মেট্ৰিকুলেশ্চন পৰীক্ষা পাছ কৰে। এই

DISTRICT LIBRARY

পৰীক্ষাত তেওঁ বিশ্ববিদ্যালয়ৰ ভিতৰত দ্বিতীয় স্থান অধিকাৰ কৰে। শ্ৰেণীত থকা সময়ত তেওঁ সদায় প্ৰথম স্থান অধিকাৰ কৰিছিল। চৈধ্য বছৰ বয়সৰ পৰা ক্ৰমে তেওঁ শ্ৰীৰামকৃষ্ণ পৰম-হংসদেৱৰ আৰু স্বামী বিবেকানন্দৰ প্ৰতি আকৃষ্ট হয়। সুভাষ-চন্দ্ৰ যেতিয়া দ্বিতীয় শ্ৰেণীত পঢ়িছিল, তেতিয়া তেওঁ অধিকাংশ সময় দৰিদ্ৰনাৰায়ণ-সেৱা আৰু নৰিয়াৰ শুশ্ৰূষা আদিত ব্যয় কৰিছিল। মেট্ৰিকুলেশ্যন পৰীক্ষা পাছ কৰাৰ পিছত তেওঁ কলি-কতালৈ আহি প্ৰেছিডেন্সি কলেজত ভৰ্ত্তি হয়। ইণ্টাৰ মিডিয়েট কোৰ্ছ পঢ়িবৰ সময়ত তেওঁৰ সন্ন্যাসী হবলৈ প্ৰবল ইচ্ছা হৈছিল। গুৰুৰ সন্ধান কৰিবলৈ তেওঁ ঘৰ এৰি গুচি যায়। তেওঁ হৰিদ্বাৰ কাশী, বৃন্দাবন আদি তীৰ্থস্থান ভ্ৰমন কৰে। তেওঁৰ মনত তেওঁ যেন অধিকাংশ বিলাসিতাত জীৱন-যাপন কৰিছে বুলি অনুমান কৰে। পিছত কিছুদিনৰ মূৰত ঘৰলৈ উভতি আহি আকৌ পঢ়িবলৈ আৰম্ভ কৰে।

১৯১৫ সনত তেওঁ প্ৰথম বিভাগত আই-এ পৰীক্ষা পাছ কৰে। প্ৰেছিডেন্সি কলেজত পঢ়ি থকা সময়ত বৰ্ত্তমান ট্ৰেড ইউনিয়ন কংগ্ৰেছৰ সভাপতি ডাঃ সুৰেন্দ্ৰ বানাৰ্জ্জীৰ লগত তেওঁৰ খুব ঘনিষ্ট ভাৱ আছিল। ছাত্ৰ জীৱনত সুভাষচন্দ্ৰ স্বামী বিবেকানন্দৰ অত্যন্ত ভক্ত আছিল। তেওঁৰ জীৱন আৰু উপদেশ সুভাষচন্দ্ৰৰ হিয়াত গভীৰভাৱে অঙ্কিত হৈছিল।

প্ৰেছিডেন্সি কলেজৰ অধ্যাপক পিছত বঙ্গদেশৰ ডাইৰেক্টৰ অব্ পাব্লিক ইনষ্ট্ৰাকশ্যন মিঃ ই, এফ, ওটনক প্ৰহাৰ কৰাৰ অভিযোগত সুভাষচন্দ্ৰ অনিৰ্দ্দিষ্ট কালৰ নিমিত্তে প্ৰেছিডেন্সি কলেজৰ পৰা আঁতৰি থাকিবলগীয়া হৈছিল। মিঃ ওটনৰ বিৰুদ্ধে

অভিযোগ আছিল যে তেওঁ ভাৰতীয় ছাত্ৰসকলৰ মনত আঘাত দিছিল। উক্ত কলেজৰ ছাত্ৰসকলে ধৰ্ম্মঘট কৰাৰ নিমিত্তে সুভাষ-চন্দ্ৰক দায়ী কৰা হৈছিল। এই নিমিত্তে অধ্যয়নত কিছুদিনৰ বাবে বাধা পাইছিল। এই ঘটনাৰ পৰা তেওঁৰ জীৱনত এটা আমূল পৰিবৰ্ত্তন উপস্থিত হয়। তেওঁ জীৱনত এই প্ৰথম অনুভৱ কৰে যে গৰ্ব্বিত শাসকৰ বিৰুদ্ধে নিৰ্ভীকভাৱে থিয় হবলৈ তেওঁৰ সময় উপস্থিত হৈছে।

১৯১৭ সনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা তেওঁ আকৌ পঢ়িবলৈ অনুমতি পাই স্কটিছ চাৰ্চ কলেজত ভৰ্ত্তি হয়। এই কলেজৰ পৰা তেওঁ বি-এ পৰীক্ষা পাছ কৰে। বি-এ পৰীক্ষাত তেওঁ দৰ্শন শাস্ত্ৰত প্ৰথম শ্ৰেণীৰ সন্মান লাভ কৰে। সেই সময় তেওঁ ছাত্ৰবিলাকক সামৰিক শিক্ষা দিবলৈ গঠিত ইউনিভাৰছিটি ট্ৰেনিং কোৰত যোগ দিয়ে। ১৯১৯ সনৰ ছেপ্টেম্বৰ মাহত তেওঁ আই-ছি-এছ পৰীক্ষাত প্ৰতিযোগিতা কৰিবলৈ ইংলণ্ডলৈ যাত্ৰা কৰে। তেতিয়া তেওঁ ব্যৱহাৰিক মনোবিজ্ঞান লৈ এম-এ পঢ়িছিল। ইংলণ্ডলৈ যোৱাৰ আঠ মাহ পিছতে তেওঁ আই-ছি-এছ পৰীক্ষা দিয়ে। এই পৰীক্ষা পাছ কৰি তেওঁ চতুৰ্থ স্থান অধিকাৰ কৰে। তেওঁ মনোবিজ্ঞান আৰু নীতি-বিজ্ঞানসহ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ বি-এ ডিগ্ৰী লাভ কৰে।

এতিয়া সুভাষচন্দ্ৰৰ সমুখত ইণ্ডিয়ান ছিভিল চাৰ্ভিছৰ উজ্জ্বল ভৱিষ্যত। কিন্তু পৰাধীন মাতৃ-ভূমিৰ আহ্বান-ধ্বনি তেওঁৰ কাণত বাজি উঠিল।

১৯২০ সনত বহা ভাৰতীয় জাতীয় কংগ্ৰেছ মহা সভাৰ নাগপুৰ অধিবেশনত অসহযোগ আন্দোলন প্ৰবৰ্ত্তনৰ সংকল্প গৃহীত হয়।

মহাত্মাজীৰ নেতৃত্বত দেশজুৰি সেই আন্দোলনত জপিয়াই পৰে। সেই সময়ত সুভাষচন্দ্ৰ ইংলণ্ডত। দেশৰ আহ্বানে তেওঁক স্পৰ্শ কৰিলে। তেতিয়াই তেওঁ ইণ্ডিয়ান ছিভিল ছাৰ্ভিছ পদ ইস্তফা দিলে। তেতিয়া আই-ছি-এছ পৰীক্ষা পাছ কৰা এবছৰ হৈছিল। ১৯২১ সনত ভাৰতলৈ উভতি আহি মহাত্মাজীৰ লগত দেখা কৰে। মহাত্মাজীৰ উপদেশ মতে তেওঁ দেশবন্ধু চিত্তৰঞ্জন দাসৰ ওচৰলৈ গৈ তেওঁৰ বিশ্বস্ত সহকাৰী স্বৰূপে অসহযোগ আন্দোলনত যোগ দিয়ে। মহাত্মাজীয়ে সুভাষচন্দ্ৰৰ পদত্যাগ কৰা দেখি মুক্তকণ্ঠে তেওঁৰ এই মহান ত্যাগৰ প্ৰশংসা কৰে। সুভাষচন্দ্ৰৰ আদৰ্শত বঙ্গদেশৰ অসহযোগ আন্দোলনেও এটি বিপুল প্ৰেৰণা লাভ কৰিলে।

১৯২১ সনৰ মেই মাহত সুভাষচন্দ্ৰ, দেশবন্ধু চিত্তৰঞ্জনৰ দ্বাৰা প্ৰতিষ্ঠিত গৌৰীয় সৰ্ব্ব বিদ্যালয়ৰ অধ্যক্ষ হয় আৰু বঙ্গীয় প্ৰাদেশিক ৰাষ্ট্ৰ সমিতিৰ প্ৰচাৰ কাৰ্য্যৰ ভাৰ তেওঁৰ ওপৰত অৰ্পিত হয়।

সুভাষচন্দ্ৰই আই-ছি-এছ পদ ত্যাগ কৰা দেখি সেই সময় কলিকতাৰ "ষ্টেট্‌ছমেন" কাকতে লিখিছিল যে শ্ৰীযুত সুভাষচন্দ্ৰ বসুৱে অসহযোগ আন্দোলনৰ আৱাহনত ইণ্ডিয়ান ছিভিল ছাৰ্ভিছ পদ পৰিত্যাগ কৰিলে। বৃটিছ আমোলাতন্ত্ৰই এনে অসামান্য শক্তি সম্পন্ন আৰু উজ্জ্বল ভৱিষ্যত বিশিষ্ট কৰ্ম্মচাৰী হেৰুৱালে। কিন্তু কংগ্ৰেছ আমোলাতন্ত্ৰই ধন্যবাদ সহ তেওঁক সাবটি ললে।

ইয়াৰ পিছত তেওঁ স্বৰাজ সেৱক সঙ্ঘৰ কেপ্তেইন হয়। কলিকতা স্কটিছ চাৰ্চ্চ কলেজত থকা সময়ত তেওঁ ইউনিভাৰ্ছিটি ট্ৰেনিং কোৰত যোগদান কৰি যি অভিজ্ঞতা লাভ কৰিছিল; সি এই সময়ত তেওঁৰ কাজত লাগিল।

যুৱৰাজ ভাৰতলৈ অহাৰ উপলক্ষে ১৯১৭ সনৰ ১৭ নৱেম্বৰত যি সাফল্যপূৰ্ণ হৰতাল পালন কৰা হৈছিল, তেতিয়াৰ পৰা দেশৰ দমন নীতৰ আৰম্ভ হয়। তেতিয়াৰ পৰা সুভাষচন্দ্ৰই কৰ্ম্মপটুতাৰ পৰিচয় দিয়ে। ১৯১৭ সনৰ ১৭ নৱেম্বৰৰ দিনা কলিকতা মহানগৰী এখন জনশূন্য নগৰ বুলি ধৰিব পৰা হৈছিল। ভাৰতৰ প্ৰধান প্ৰধান নগৰ বিলাকতো হৰতাল পালন কৰিছিল। ইউৰোপীয় সকলে আৰু তেওঁলোকৰ আশ্ৰিত ভাৰতীয়বিলাকে এই হৰতালক যুৱৰাজৰ আৰু বৃটিশ ৰাজ্যৰ মৰ্য্যদা হানিকৰ বুলি ভাবিলে। তেওঁলোকে প্ৰবৰ্ত্তনক বলপ্ৰয়োগ আৰু জনসাধাৰণৰ ৰাজভক্তি অন্যায়ভাৱে হস্তক্ষেপ হোৱা বুলি ব্যাখ্যা কৰিলে। নৱেম্বৰৰ ১৯ তাৰিখে বঙ্গদেশৰ চৰকাৰে কংগ্ৰেছ খিলাফৎ স্বেচ্ছাসেৱক অনুষ্ঠানবিলাকক বেআইনী ঘোষণা কৰি এখন ইস্তাহাৰ জাৰি কৰিলে। নৱেম্বৰৰ ২০ তাৰিখে তিনি মাহলৈকে কলিকতা আৰু ওচৰ-কাষৰ নগৰ বিলাক আৰু মফঃস্বলৰ নগৰ বিলাকতো জন সভা আৰু শোভা-যাত্ৰা আদি নিষেধ কৰিলে। খিলাফত আৰু কংগ্ৰেছৰ স্বেচ্ছাসেৱক সঙ্ঘবিলাকক বেআইনী ঘোষণা কৰি বঙ্গদেশৰ চৰ্কাৰে আদেশ জাৰি কৰিলে। ইয়াৰ প্ৰতিবাদ স্বৰূপে কলিকতাৰ হাজাৰ হাজাৰ জাতীয়তাবাদী নেতা আৰু কৰ্ম্মী-সকলৰ চহী সৈতে এখন বিবৃতি উলিয়ায়। এই বিবৃতিত প্ৰাদেশিক আৰু জিলা কংগ্ৰেছ কমিটিৰ সকলো সভ্যক বঙ্গীয় জাতীয় স্বেচ্ছাসেৱক দলত ভুক্ত হবলৈ আহ্বান কৰা হয়।

১৯২ সনৰ ডিছেম্বৰ মাহৰ ১০ তাৰিখে দেশবন্ধু চিত্তৰঞ্জন, মৌলানা আবুল কালাম আজাদ, শ্ৰীযুত সুভাষচন্দ্ৰ বসু আৰু আন কেজনমান নেতাক গ্ৰেপ্তাৰ কৰে। দেশবন্ধু চিত্তৰঞ্জন আৰু সুভাষচন্দ্ৰৰ ছমাহ কাৰাবাসৰ আদেশ হয়।

১৯২২ সনত সুভাষচন্দ্ৰই কাৰাগাৰৰ পৰা মুক্তি লাভ কৰে। সেই সময়ত উত্তৰ বঙ্গৰ বানপানী প্ৰপীড়িত লোকসকলৰ সাহয্যৰ নিমিত্তে সেই অঞ্চললৈ যায়। বেঙ্গল ৰিলীফ কমিটীৰ ছেক্রেটাৰি হিছাপে তেওঁ অসাধাৰণ কৰ্ম্মশক্তি আৰু পৰিচালনাশক্তিৰ পৰিচয় দিয়ে।

১৯২২ সনৰ ডিছেম্বৰ মাহত তেওঁ দেশবন্ধু চিত্তৰঞ্জনৰ সৈতে ভাৰতীয় কংগ্ৰেছ মহাসভাৰ গয়া অধিবেশনত যোগ দিবলৈ যায়। তাত তেওঁ স্বৰাজ-দলৰ আইন সভা প্ৰবেশ কৰ্ম্ম-পন্থাৰ সমৰ্থন কৰে। ১৯২৩ সনত আইন সভাৰ নিৰ্ব্বাচনৰ প্ৰচাৰ কাৰ্য্যত আত্মনিয়োগ কৰি স্বৰাজদল গঠনত তেওঁৰ কৰ্ম্মপটুতাৰ পৰিচয় দিয়ে। সেই সময় তেওঁ "বাঙ্গালাৰ কথা" নামে এখন দৈনিক বাতৰি কাকত উলিয়ায়। পিছত দেশবন্ধু চিত্তৰঞ্জন দাসে স্বৰাজদলৰ মুখপাত ফৰওৱাৰ্ড দৈনিক বাতৰি কাকত পৰিচালনৰ ভাৰ তেওঁক গটাই দিয়ে।

১৯২৪ সনৰ ফেব্ৰুৱাৰি মাহত দেশবন্ধুৰ নেতৃত্বত বঙ্গীয়-স্বৰাজ্য দলে কলিকতা কৰ্পোৰেশ্যন অধিকাৰ কৰে। দেশবন্ধুই কৰ্পোৰেশ্যনৰ প্ৰথম মেয়ৰ নিৰ্ব্বাচিত হয়। ১৯২৪ সনৰ এপ্ৰিল মাহৰ ২৪ তাৰিখে সুভাষচন্দ্ৰ নতুন আইনমতে কলিকতা কৰ্পোৰেশ্যনৰ প্ৰথম প্ৰধান কৰ্ম্মকৰ্ত্তা স্বৰূপে নিযুক্ত হয়। এই পদৰ মাহেকীয়া দৰমহা তিনি হাজাৰ টকা। কিন্তু তেওঁ মাত্ৰ ডেৰ হাজাৰ গ্ৰহণ কৰে। এই পদত তেওঁ বেছি দিন থাকিব নোৱাৰিলে। ছমাহ পাৰ নৌহওঁতে ১৯২৪ সনত অক্টোবৰ মাহৰ বঙ্গৰ ফৌজদাৰী আইনৰ সংশোধন অৰ্ডিনেঞ্চ অনুসাৰে তেওঁক গ্ৰেপ্তাৰ কৰা হয়। পুলিচে সুভাষচন্দ্ৰৰ ঘৰৰ পৰা স্বৰাজ্যদলৰ কাকত-পত্ৰ আন কি কৰ্পোৰেশ্যনৰ ফাইল পৰ্য্যন্ত লৈ যায়। গ্ৰেপ্তাৰ কৰি তেওঁক

আলিপুৰ ছেণ্ট্ৰেল জেলত আটক কৰি ৰাখে। তাৰ পৰা তেওঁক বহৰমপুৰ জেলত (মুৰ্ছিদাবাদ) কেইমাহমান ৰাখে। শেহত তেওঁক মন্দালয়লৈ (ব্ৰহ্মদেশ) নিৰ্ব্বাসিত কৰে। সুভাষচন্দ্ৰক গ্ৰেপ্তাৰ কৰাত গোটেই দেশতে বিক্ষোভৰ সঞ্চাৰ হয়। তেওঁক বিনা বিচাৰে আটক কৰি ৰখাৰ প্ৰতিবাদ স্বৰূপে কলিকতা কৰ্পোৰেশ্যনৰ মেয়ৰ দেশবন্ধু চিত্তৰঞ্জন দাসে কৰ্পোৰেশ্যনৰ সভাত এটি মন্তব্য পাঠ কৰে—"দেশ প্ৰেম যদি অপৰাধ হয়, তেনেহলে ময়ো অপ-ৰাধী—অকল কলিকতা কৰ্পোৰেশ্যনৰ প্ৰধান কৰ্ম্মকৰ্ত্তা নহয়। এই অপৰাধত কৰ্পোৰেশ্যনৰ মেয়ৰো অপৰাধী।" চৰকাৰৰ কাৰ্য্যৰ নিন্দা কৰি কৰ্পোৰেশ্যনত এটি প্ৰস্তাব গ্ৰহণ কৰা হয়। সুভাষ চন্দ্ৰ কাৰাবাসত থকা অৱস্থাতে উত্তৰ-কলিকতা নিৰ্ব্বাচন কেন্দ্ৰৰ পৰা বঙ্গ আইন সভালৈ নিৰ্ব্বাচিত কৰি এই জনপ্ৰিয় নেতাৰ প্ৰতি পূৰ্ণআস্থা প্ৰকাশ কৰে। মন্দালয়ৰ নিৰ্জ্জন কাৰাগাৰত থকা সময় অধিক জহৰ নিমিত্তে সুভাষচন্দ্ৰৰ স্বাস্থ্য হানি হয়। শৰীৰৰ ওজন চল্লিশ পাউণ্ড হ্ৰাস পায় আৰু ক্ষয়ৰোগৰ লক্ষণে দেখা দিয়ে। তেওঁৰ শৰীৰৰ অৱস্থা ক্ৰমান্বয়ে বেয়াৰ ফালে ঢাল খালে। ১৯২৭ সনৰ এপ্ৰিল মাহত তেওঁ একেবাৰে শয্যাগত অৱস্থাত আছিল। ডাক্তৰে পৰীক্ষা কৰি ঘোষণা কৰিলে যে সুভাষচন্দ্ৰৰ অৱস্থা একেবাৰে শোচনীয়। তেতিয়া বঙ্গদেশৰ চৰকাৰ পক্ষৰ পৰা মিঃ মোৰালী প্ৰস্তাব কৰিলে যে "শ্ৰীযুত বসু কলি-কতা বা আন কোনো ভাৰতীয় বন্দৰত নাথাকি পোনে পোনে ইউৰোপলৈ যাত্ৰা কৰক।" সুভাষচন্দ্ৰই এই প্ৰস্তাৱত অসম্মতি প্ৰকাশ কৰে।

সুভাষচন্দ্ৰই ইনছিন জেলৰ পৰা শ্ৰীযুত শৰৎচন্দ্ৰ বসুলৈ

১৯২৭ সনৰ এপ্ৰিল মাহৰ ৪ তাৰিখে এখন চিঠি দিছিল। তাত তেওঁৰ মনোভাৱৰ পৰিচয় পোৱা যায়।

"যোৱা আঢ়ৈ বছৰকাল মই, কিদৰে কষ্ট ভোগ কৰিবলগীয়া হৈছে—চৰ্কাৰে বোধকৰো পাহৰি গৈছে। মইহে কষ্ট ভোগ কৰিছো—তেওঁলোকে নহয়। বিনা কাৰণত ইমানদিনৰ পৰা মোক আটক কৰি ৰাখিছে। * * * মোক গ্ৰেপ্তাৰ কৰাৰ পিছৰ পৰা বঙ্গ চৰ্কাৰে মোৰ অধীনত থকা লোকসকলৰ প্ৰতিপালন বা মোৰ গৃহ আদি ৰক্ষাৰ কোনো ৰকমৰ সাহায্যৰ ব্যৱস্থা কৰা নাই। এই বিষয়ে মই বৰলাটলৈ আবেদন কৰাত বঙ্গ-চৰ্কাৰে সেই আবেদন লুকাই ৰাখিছে। তাৰ পিছত আকৌ মোক তিনি বছৰ বিদেশত থাকিবলৈ কোৱা হৈছে। ইউৰোপলৈ নিৰ্ব্বাসিত হোৱা খৰছ মই নিজে বহন কৰিব লাগিব। ই কেনেকুৱা যুক্তি সঙ্গত প্ৰস্তাৱ তাক বুজিবলৈ টান। ১৯২৪ সনত মোৰ স্বাস্থ্য যেনেকুৱা ভাল আছিল, মোক অন্ততঃ সেই ৰকম স্বাস্থ্যৱান কৰি চৰ্কাৰে মুক্তি দিয়া উচিত। কাৰাগাৰত ৰখাৰ নিমিত্তে মোৰ স্বাস্থ্য হানি হৈছে। ইয়াৰ ক্ষতিপূৰণ চৰ্কাৰে নিদিবনে? ইউৰোপত বিমান দিনলৈকে ভগ্নস্বাস্থ্য পুনৰ প্ৰাপ্ত নহওঁ, তেতিয়ালৈকে মোৰ সকলো খৰছ চৰ্কাৰে দিয়া উচিত। চৰ্কাৰে যদি ইউৰোপলৈ যোৱাৰ আগতে মোক এবাৰ ঘৰলৈ যাব দিয়ে, আৰু যদি ইউৰোপত থকাৰ নিমিত্তে সকলো খৰছ বহন কৰে আৰু ৰোগমুক্তিৰ পিছত মোক দেশলৈ উভতি যাবলৈ দিয়ে, তেনেহলে এই দান সহৃদয়তাৰ পৰিচয় বুলি ভাবিলোহেঁতেন। * * * ভগৱানক ধন্যবাদ। মই নিজে শান্তিত আৰু সম্পূৰ্ণ নিৰ্ব্বিকাৰতাৰে সকলো অগ্নি পৰীক্ষাৰ সমুখত থিয় হবলৈ প্ৰস্তুত আছো। আমাৰ গোটেই

টারে কৰা পাপৰ নিমিত্তে মই প্ৰায়চিত্ত হবলৈ ধৰিছো। ...েত মোৰ তৃপ্তি। আমাৰ চিন্তা আৰু আদৰ্শ অমৰ হৈ থাকিব। ... নোবৃত্তি জাতিৰ স্মৃতিৰ পৰা কেতিয়াও মোচন নাযায়। ...ৰবাত বংশধৰসকল আমাৰ প্ৰিয়কল্পনাৰ উত্তৰাধিকাৰী হব। ... বিশ্বাস লৈ আমি চিৰকাল সকলো প্ৰকাৰ বিপদ আৰু অত্যাচাৰ ...হি মুখে বৰণ কৰি লৈ কাল কটাব পাৰিম।"

এই জেলৰ পৰা ১৯২৭ মেই মাহৰ ৬ তাৰিখে সুভাষচন্দ্ৰই ... শৰৎচন্দ্ৰই বসুলৈ আৰু এখন চিঠি দিছিল—

"কাৰাগাৰত মোৰ যিমান দিন অতীত হৈ যাবলৈ ধৰিছে, ...নে মোৰ মনত এই ধাৰণা দৃঢ়মূল হৈছে যে জীৱন-সংগ্ৰামৰ ... আছে—মতবাদৰ সঙ্ঘৰ্ষ। সত্য আৰু অসত্য ধাৰণাৰ সঙ্ঘৰ্ষ। কানোৱে ইয়াক সত্যৰ বিভিন্ন স্তৰ বোলে। মানুহৰ ধাৰণাই ...ক পৰিচালিত কৰে। * * * * আমি কেৱল মাটিৰ ... মাথোন। ভগবানৰ শৰীৰৰ দুই চাৰিটা ফিৰিঙতি কেৱল আমাৰ শৰীৰত আবদ্ধ। আমালোকে এই ধাৰণাৰ ওপৰত আত্ম...ৰ্গ কৰিব লাগিব। বাহ্যিক আৰু জড়দেহৰ সুখ দুখক ...বাই দি যেয়ে এই ভাবে আত্ম-নিবেদন কৰিব পাৰে, তেওঁৰ ...নত সফলতা অৱশ্যে আছে। আমাৰ আদৰ্শ যে এদিন জয়ী হব। সেই বিষয়ে মোৰ দৃঢ় বিশ্বাস আছে। সেই নিমিত্তে স্বাস্থ্য আৰু ভবিষ্যতলৈ মই কোনো চিন্তা নকৰো"।

... ধৰ্ম্ম উৎসৱ আদিৰ নিমিত্তে কোনো সাহায্য দিবলৈ ...ৰ কৰাত তাৰ প্ৰতিবাদ স্বৰূপে ১৯২৬ সনৰ ২০ ফেব্ৰুৱাৰীৰ দিনা সুভাষচন্দ্ৰই আৰু আন আন ৰাজবন্দীসকলে মান্দালয় জেলত ...চন্দ্ৰ আৰু আন আন ৰাজবন্দীসকলৰ প্ৰতি চৰ্কাৰৰ ব্যৱহাৰৰ

PLEASE HANDLE THE BOOK CAREFULLY.



প্ৰতিবাদ কৰিবলৈ ২৪ ফেব্ৰুৱাৰীৰ দিনা কলিকতা কৰ্পোৰেশ্যনত এটি প্ৰস্তাব গ্ৰহণ কৰে। ২৫ ফেব্ৰুৱাৰীৰ দিনা বঙ্গ আইন সভাত এটি সভাস্থগিত প্ৰস্তাব দিয়ে। সভাপতিয়ে তাক উত্থাপন কৰিবলৈ নিদিলে। ৰেঙ্গুনৰ নাগৰিকসকলে জনসভা পাতি অনশন ব্ৰতীসকলৰ প্ৰতি সহানুভূতি দেখুৱায়। ২৮ ফেব্ৰুৱাৰীৰ দিনা তেওঁলোকৰ প্ৰতি সন্মান দেখুৱাবলৈ কলিকতাত পূৰ্ণ হৰতাল পালন কৰে। মাৰ্চ্চৰ ৪ তাৰিখে সুভাষচন্দ্ৰ আৰু আন আন ৰাজবন্দীসকলে অনশন ব্ৰত ভঙ্গ কৰে।

১৯২৭ সনৰ মেই মাহৰ ১৫ তাৰিখে স্বাস্থ্য হানি হোৱা বাবে সুভাষচন্দ্ৰক কাৰাগাৰৰ পৰা মুক্তি দিয়ে। তেওঁৰ এই কাৰা-মুক্তিৰ তিনি দিন আগলৈকে অৰ্থাৎ ১২ মেই লৈকে কলিকতা কৰ্পোৰেশ্যনে ছুটী মঞ্জুৰ কৰিছিল। এই ছুটীৰ দিন শেষ হোৱাত আন এজনক এই পদত অস্থায়ীভাৱে বন্দোবস্ত হোৱাৰ পিছতহে মেই মাহৰ ১৫ তাৰিখে সুভাষচন্দ্ৰ মুক্তি দিয়ে। পোনতে আদেশ দিলে চিকিৎসাৰ নিমিত্তে তেওঁক আলমোড়া লৈ পঠাবলৈ। কিন্তু পিছে তেওঁক কলিকতালৈ আনিহে মুক্তি দিলে। ঘৰলৈ আহি তেওঁ বিশ্ৰাম কৰিবলৈ নাপালে। অন্তৰত যাৰ কৰ্ম্ম-উন্মাদ তেওঁৰ শৰীৰে জিৰণি লয় কেনেকৈ? কেইদিনমানৰ পিছতে পাটনাত এটি বক্তৃতা প্ৰসঙ্গত তেওঁ কয় "দেশৰ এই সঙ্কটাৱস্থাত আমাৰ অসুস্থ থকা সুজুৱায়"। তেওঁ আকৌ মুক্তি যুদ্ধত নামিল।

১৯২৮ সনৰ ফেব্ৰুৱাৰী মাহৰ ৩ তাৰিখে ছাইমন কমিশ্যান বম্বে পালেহি। গোটেই দেশজুৰি "ছাইমন কমিশ্যান উভতি যোৱা" বুলি বিক্ষোভ দেখুৱায়। মেই মাহত সুভাষচন্দ্ৰ পুনাত মহাৰাষ্ট্ৰ প্ৰাদেশিক ৰাষ্ট্ৰীয় সন্মিলনত সভাপতি হয়। সেই সময়ৰ লগে লগে

তিনিচাৰি দিন সবৰমতী আশ্ৰমত মহাত্মাজীৰ লগত থাকে আৰু তাতে এখন জনসভাত বক্তৃতা দিয়ে।

তাৰ পৰা আহি তেওঁ বঙ্গদেশত স্বেচ্ছাসেৱক আন্দোলন আৰম্ভ কৰে। ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ কলিকতা অধিবেশনৰ সময়ত স্বেচ্ছাসেৱকদল গঠন কৰি তেওঁৰ কৰ্ম্ম পটুতাৰ পৰিচয় দিয়ে। ১৯২৮ সনত কলিকতাত ভাৰতীয় জাতীয় মহাসভা কংগ্ৰেছৰ অধিবেশন হয়। সুভাষচন্দ্ৰই স্বেচ্ছাসেৱকদলৰ জেনেৰাল অফিছাৰ কমাণ্ডিং স্বৰূপে জাতীয় মহাসভাৰ সভাপতি পণ্ডিত মতিলালজীক



৮ পণ্ডিত মতিলাল নেহেৰু

বিপুল সমাৰোহেৰে সম্বৰ্দ্ধনা কৰে। এই অধিবেশনত সুভাষচন্দ্ৰই মহাত্মাজীৰ আপোচ-মীমাংসামূলক প্ৰস্তাৱৰ প্ৰতিবাদ কৰি কয় যে "এই প্ৰস্তাৱৰ অৰ্থ এই যে বৃটিঃশ চৰ্কাৰে যদি নেহেৰু কমিটীৰ ৰচিত ১৯২৯ সনৰ ডিচেম্বৰ মাহৰ ৩১ তাৰিখে বা তাৰ আগতে মানি লয়, তেনেহলে কংগ্ৰেছে সেইটো গ্ৰহণ কৰিব আৰু তাৰ দ্বাৰা ঔপনিবেশ স্বায়ত্ব শাসন নিৰ্দিষ্টৰূপে মানি লব। কিন্তু আমি কেতিয়াও এনে অৱস্থা মানি লব নোৱাৰো। আমাক লাগে—স্বাধীনতা। এই স্বাধীনতা আমাৰ সুদূৰ ভবিষ্যতৰ আদৰ্শ নহয়। আমাক এতিয়াই স্বাধীনতা লাগে।" তেওঁ এই অধিবেশনত সংশোধনী প্ৰস্তাৱ উত্থাপন কৰে "মাদ্ৰাজ কংগ্ৰেছত পূৰ্ণ স্বাধীনতা ভাৰতীয় জনসাধাৰণৰ আদৰ্শ বুলি সিদ্ধান্ত কৰা হৈছে। কংগ্ৰেছে এই সিদ্ধান্তত অটল থাকি এই অভিমত প্ৰকাশ কৰিছে যে বৃটিছৰ লগত সম্পৰ্ক ত্যাগ নকৰালৈকে প্ৰকৃত স্বাধীনতা পোৱা নহব।" "আপোনালোকে কব পাৰে যে, স্বাধীনতাৰ এই প্ৰস্তাৱ দিলে আমালোকৰ কি লাভ হব? মই তাৰ উত্তৰত কম—ইয়াৰ দ্বাৰা আমালোকৰ মনত এটা নতুন মনোবৃত্তি গঢ়ি উঠিব। ৰাজনীতি ক্ষেত্ৰত আমাৰ অধঃপতনৰ মূল কাৰণ কি? আমালোকৰ মনোবৃত্তি ইয়াৰ প্ৰধান কাৰণ। আপোনালোকে যদি এই দাস-মনোবৃত্তি পৰিহাৰ কৰিবলৈ ইচ্ছা কৰে, তেনেহলে পূৰ্ণ-স্বাধীনতা লাভৰ আদৰ্শ দেশবাসীৰ মনত আপোনালোকে সঞ্চাৰ কৰিব লাগিব। মই আৰু কব খোজো যদি ইয়াক ধৰি লোৱা যায় যে আমালোকে কাৰ্য্যতঃ পূৰ্ণ স্বাধীনতাৰ আদৰ্শ অনুসৰণ নকৰো, কিন্তু অকপট ভাৱে পূৰ্ণ স্বাধীনতাৰ আদৰ্শ দেশবাসীৰ ওচৰত প্ৰচাৰ কৰা হয়, তেনেহলে আমাৰ এটি নতুন ভাৱ অনুপ্ৰেৰণাৰে ডেকা সম্প্ৰদায়ক

গঢ়ি লব পৰা হব। কিন্তু মই আপোনালোকক কওঁ যে আমা-লোকে হাতভৰি কোছাই বহি নাথাকো। মই আগতে কৈ আহিছো যে, ডেকাসকলে তেওঁলোকৰ দায়ীত্ব যুজি পাইছে, কষ্টক্ষেত্ৰত নামি বলৈ তেওঁলোক সাজু হৈ আছে। আমাৰ কৰ্ম্মপথ আমি নিজে বাছি লব লাগিব। যাতে আমি প্ৰস্তাৱবিলাক আবৰ্জ্জনা পাত্ৰত দলিয়াই পেলোৱা নহয়, তাৰ নিমিত্তে সাধ্যানুসাৰে কৰ্ম্ম পন্থা অনুসৰণ কৰি কাম কৰিব লাগিব।”

“জাতীয় আন্দোলনৰ প্ৰথম আৰম্ভণীৰ পৰা আমি স্বাধীনতা মানে পূৰ্ণ-স্বাধীনতা বুজিছো। ঔপনিবেশ স্বায়ত্ব শাসন আমি কেতিয়াও বুজা নাই। আমাৰ বহুতো দেশবাসীৰ আত্মবিসৰ্জ্জনত—মহাত্মাজীৰ বাণীত আমালোকে স্বাধীনতাৰ অৰ্থ পূৰ্ণ-স্বাধীনতা বুজিছো। ঔপনিবেশ স্বায়ত্ব শাসনে আমাৰ দেশবাসীৰ মনত—ডেকা সকলৰ মনত একো জাগৰণৰ সৃষ্টি নকৰে। এই কথা মনত ৰখা উচিত যে ডেকাসকলেই দেশৰ ভৱিষ্যত আশা-ভৰসাৰ স্থল।” সুভাষচন্দ্ৰৰ সংশোধনী প্ৰস্তাৱৰ পক্ষে ৯৭৩ ভোট আৰু বিপক্ষে ১৩৫০ ভোট হয়।

১৯২৮ সনৰ ডিচেম্বৰ মাহৰ ৩০ তাৰিখে কলিকতাত হিন্দুস্থান সেৱাদল সন্মিলন হৈছিল, সুভাষচন্দ্ৰ এই সন্মিলনৰ সভাপতি আছিল। অভিভাষণ প্ৰসঙ্গত তেওঁ স্বেচ্ছাসেৱক দল গঠনত বিশেষ জোৰ দি কয়—“পৃথিবীৰ সকলো দেশত “স্বেচ্ছা-সেৱকদল” জাতীয় জাগৰণৰ অগ্ৰদূত। আমাৰ দেশেও এই নিয়মৰ ব্যতিক্ৰম কৰিব নোৱাৰে।”

জাতীয় মহাসভাৰ কলিকতা অধিৱেশনৰ পিছত সুভাষচন্দ্ৰ পণ্ডিত জৱহৰলাল, শ্ৰীনিবাস আয়েঙ্গাৰ আদি পূৰ্ণ স্বাধীনতাকামী

PLEASE HANDLE THE BOOK CAREFI



নেতাসকলৰ সহযোগত "নিখিল বঙ্গ স্বাধীনতা সঙ্ঘ" গঠন কৰে। এই সঙ্ঘৰ উদ্দেশ্য পূর্ণ স্বাধীনতাৰ আদর্শ প্রচাৰ কৰা। সুভাষচন্দ্রই এই সঙ্ঘৰ এটি সুচিন্তিত কার্য্যতালিকা স্থিৰ কৰি দিয়ে।

১৯২৭ সনৰ পৰা ১৯২৯ সনলৈকে সুভাষচন্দ্র বঙ্গ-প্রাদেশিক ৰাষ্ট্ৰীয় সমিতিৰ জেনেৰেল ছেক্রেটৰি আছিল। ১৯২৯ সনত তেওঁ নিখিল ভাৰত ট্ৰেড ইউনিয়ন কংগ্রেছৰ সভাপতি নির্ব্বাচিত হয়। তেওঁ ১৯৩১ সনলৈকে সভাপতি আছিল।

১৯২৯ সনৰ এপ্রিল মাহত বঙ্গদেশৰ লাট ছাহাবে আইন সভা ভাঙি দিলে। ১৯২৯ সনত যি নতুন নির্ব্বাচন হয়, তাত কংগ্রেছ-মনোনীত প্রার্থীসকলে বিপুল ভোটাধিক্যত নির্ব্বাচিত হয়। বহুতো ঠাইত কংগ্রেছ মনোনীত প্রার্থীৰ কোনো প্রতিদ্বন্দ্বীও নাছিল।

১৯২৯ সনৰ আগষ্ট মাহত সুভাষচন্দ্রই "নিখিল ভাৰত লাঞ্ছিত ৰাজনীতি দিন" পালন উপলক্ষে দক্ষিণ কলিকতাত এটি শোভা যাত্রা পৰিচালনা কৰে। সেই নিমিত্তে সুভাষচন্দ্র আদি কৰি নেতা সকলৰ বিৰুদ্ধে ভাৰতীয় দণ্ড বিধি আইনৰ ১২৪ (৪) ধাৰামতে (ৰাজদ্রোহ) অনুসাৰে অভিযোগ কৰা হয়। তেতিয়া সুভাষচন্দ্র পাঞ্জাবত পৰিভ্রমন কৰি আছিল। তেওঁক গ্রেপ্তাৰ কৰিবলৈ পৰোৱানা বাহিৰ কৰা হয়। পাঞ্জাবৰ পৰা উভতি আহি তেওঁ আলিপুৰৰ বিচাৰকৰ আদালত হাজিৰ হয়। মোকৰ্দ্দমাৰ বিচাৰ শেষ নোহোৱালৈকে জামিনত খালাছ দিয়ে। চেপ্তেম্বৰৰ ১৩ তাৰিখে লাহোৰ ষড়যন্ত্র মোকৰ্দ্দমাৰ অপৰাধী ৺যতীন্দ্ৰনাথ দাসে লাহোৰ ছেণ্ট্ৰল জেলত ৬৩ দিন অনশন কৰি প্রাণ ত্যাগ কৰে। তেওঁৰ মৃতদেহ লাহোৰৰ পৰা কলিকতালৈ আনিলে। সুভাষচন্দ্রৰ নেতৃত্বত এক বিপুল শৱযাত্রা হয়।

১৯২৯ চনৰ চেপ্তেম্বৰ মাহৰ ২৯ তাৰিখে সুভাষচন্দ্ৰ হাওড়া ৰাষ্ট্ৰীয় সন্মিলনৰ সভাপতি হয়। ১৯২৯ চনৰ অক্টোবৰ মাহৰ ১৯ তাৰিখে পাঞ্জাব ছাত্ৰ সন্মিলনৰ সভাপতিত্ব কৰে। তাত তেওঁ বিপুল ভাৱে সম্বৰ্দ্ধিত হয়। সভাপতিৰ অভিভাষণ প্ৰসঙ্গত তেওঁ কয়—"ভাৰ জগতত বিপ্লৱ আনিবলৈ হলে আমালোকে এনে এটি আদৰ্শ চকুৰ আগত ৰাখিব লাগিব, যাতে বিজুলী শক্তিৰ নিচিনা আমালোকৰ মানসিক আৰু আধ্যাত্মিক শক্তিক উজ্জ্বল কৰি তুলিব পাৰে। সেই আদৰ্শ হৈছে স্বাধীনতা। কিন্তু স্বাধীনতাৰ অৰ্থ সকলোৱে একে দৰে নুবুজে। স্বাধীনতা মানে আমি বুজো-সমাজ আৰু ব্যক্তিৰ, মতা-তিৰোতা, ধনী-দৰিদ্ৰ সকলোৰে নিমিত্তে স্বাধীনতা, এইটো অকল ৰাষ্ট্ৰীয় বন্ধন নহয়। এই অৰ্থৰ সমান বিভাগ, জাতি-ভেদ, আৰু সমাজিক অবিচাৰ নিবাৰণ, সাম্প্ৰদায়িক সংকীৰ্ণতা আৰু সনাতনী-বৰ্জ্জনো ইয়াৰ লগতে জড়িত। এই আদৰ্শক অবিবেকীসকলে অসম্ভৱ বুলি কব। কিন্তু প্ৰাণৰ তৃষ্ণা কেৱল ইহে শান্ত কৰিব পাৰে। ভাৰতবৰ্ষ যে স্বাধীন হব, তাত কোনো সন্দেহ নাই। ৰাতিৰ পিছত দিন যেনেকৈ আহে, তেনেকৈ স্বাধীনতা আহিবই। ভাৰতবৰ্ষক পৰাধীনতাৰ শিকলিৰে ৰাখি ৰাখিব পৰা শক্তি পৃথিবীত বৰ্ত্তমান নাই।"

১৯২৯ চনৰ ডিচেম্বৰ মাহৰ ১ লা তাৰিখে সুভাষচন্দ্ৰই অমৰাৱতী মধ্য প্ৰদেশৰ আৰু বেৰাৰ ছাত্ৰ সন্মিলনৰ সভাপতি হয়। অভিভাষণ প্ৰসঙ্গত তেওঁ কৈছিল—"আমালোকে যি সমাজ গঢ়িবলৈ চেষ্টা কৰিছো, সেই সমাজত সকলোৰে সমান স্বত্ব থাকিব লাগিব। সমান সুযোগ, ঐশ্বৰ্য্যৰ ওপৰত সমান অধিকাৰ। বৈষম্যমূলক সামাজিক বিধান প্ৰত্যাহাৰ, জাতিভেদ প্ৰথাৰ বিলোপ আৰু বিদেশী শাসনৰ পৰা মুক্তি।"

১৯২৯ সনৰ আগষ্ট মাহত "নিখিল ভাৰত লাঞ্ছিত ৰাজনৈতিক দিন"ৰ শোভা-যাত্ৰা সম্পৰ্কে সুভাষচন্দ্ৰৰ ১৯৩০ সনৰ জানুৱাৰী মাহৰ ২৩ তাৰিখে ৰাজদ্ৰোহ অভিযোগত ৯ মাহ সশ্ৰম কাৰাদণ্ডৰ হুকুম হয়।

১৯৩০ সনৰ আগষ্ট মাহত তেওঁ কলিকতা কৰ্পোৰেশ্যনৰ মেয়ৰ নিৰ্বাচিত হয়। তেওঁ তেতিয়াও কাৰাগাৰত আবদ্ধ আছিল। ১৯৩০ সনৰ ছেপ্তেম্বৰ মাহৰ ২৩ তাৰিখে তেওঁ কাৰাগাৰৰ পৰা মুক্তি লাভ কৰে।

১৯৩১ সনৰ জানুৱাৰী মাহত তেওঁ মুৰ্ছিদাবাদ, নদীয়া আৰু উত্তৰ বঙ্গদেশ পৰিভ্ৰমণলৈ ওলায়, মালদহ জিলাৰ সীমাত ৰেলগাড়ীৰ খোটালীতে চৰ্কাৰী শান্তি-ৰক্ষক পুলিছ ছুপাৰিণ্টেণ্ডেণ্টে জিলা মেজিষ্ট্ৰেটৰ আদেশ মতে ফৌজদাৰী কাৰ্য্য বিধিৰ ১৪৪ ধাৰামতে এখন আদেশ পত্ৰ তেওঁৰ ওপৰত জাৰি কৰে। এই আদেশ-পত্ৰত মালদহ জিলাত প্ৰৱেশ কৰিবলৈ নিষেধ কৰা হৈছিল। সুভাষচন্দ্ৰই এই আদেশ মানিবলৈ অস্বীকাৰ কৰিলে। তেওঁক আলবোৰা ষ্টেশ্যনত নমাই প্ৰথম শ্ৰেণীৰ যাত্ৰীসকলৰ জিৰণি খোটালীত তেওঁৰ বিচাৰ কৰা হয়। আদালতে তেওঁৰ কিবা কবলৈ আছেনে বুলি সোধাত তেওঁ কলে—এই আদেশত ফৌজদাৰী কাৰ্য্যবিধিৰ ১৪৪ ধাৰাৰ সম্পূৰ্ণ অপব্যৱহাৰ কৰা হৈছে। আত্ম-মৰ্য্যদা বোধ থকা ভাৰতবাসী হিছাপে মই ইয়াক মানিব নোৱাৰো। মই যদি এই আদেশ মানি লও, তেনেহলে নাগৰিক হিছাপে মই কৰ্ত্তব্য ভ্ৰষ্ট হম। বিচাৰত তেওঁৰ সাত দিন বিনাশ্ৰম কাৰাদণ্ড হয়।

১৯৩১ সনৰ জানুৱাৰি মাহৰ ২৬ তাৰিখে কলিকতাৰ পুলিশ কমিশ্যনাৰৰ নিষেধ আজ্ঞা অমান্য কৰি স্বাধীনতা দিন উপলক্ষে শোভাযাত্ৰা পৰিচালনা কৰাৰ নিমিত্তে তেওঁক গ্ৰেপ্তাৰ কৰে।

ময়দানৰ কাষত শোভাযাত্ৰাৰ ওপৰত লাঠি চালনা কৰাত সুভাষ-চন্দ্ৰবো জখম হয়। বিচাৰত তেওঁৰ ছমাহ সশ্ৰম কাৰাদণ্ড হল।

১৯৩১ সনৰ মাৰ্চ্চ মাহৰ ৮ তাৰিখে তেওঁ কাৰাগাৰৰ পৰা মুক্তি লাভ কৰে। মাৰ্চ্চ মাহৰ ১৪ তাৰিখে তেওঁ বম্বেলৈ যাত্ৰা কৰে। তাত মহাত্মাজীৰ লগত দেখা কৰি বঙ্গদেশৰ অৱস্থা সম্পৰ্কে আলোচনা কৰে। মাৰ্চ্চৰ ১৮ তাৰিখে কলিকতালৈ উভতি আহে।

মাৰ্চ্চৰ ২০ তাৰিখে ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ কৰাচী অধিবেশনত "নিখিল ভাৰত লাঞ্ছিত ৰাজনৈতিক সম্মিলন"ত সভাপতিত্ব কৰিবলৈ যাত্ৰা কৰে।

হিজলী কাৰাগাৰত গুলি চলোৱাৰ ফলত দুজন ৰাজবন্দীৰ মৃত্যু আৰু বহুত ৰাজবন্দীৰ জখম হোৱা বাতৰি পাই ১৯৩১ সনৰ ছেপ্তেম্বৰ মাহৰ ১৭ তাৰিখে তেওঁ কলিকতা কৰ্পোৰেশ্বনৰ অল্ডাৰমেন পদ ত্যাগ কৰে। অক্টোবৰ মাহত সুভাষচন্দ্ৰৰ ওপৰত ফৌজদাৰী কাৰ্য্যবিধি আইনৰ ১৪৪ ধাৰা মতে আদেশ জাৰি হয়। এবাৰ বেৰাকপুৰৰ ওচৰৰ বমুৰী সম্মিলন উপলক্ষে আৰু পিছৰ বাৰ ঢাকাত পুলিচ তদন্ত সম্পৰ্কত বেচৰকাৰী তদন্ত কমিটীৰ সভ্য স্বৰূপে তদন্ত কৰিবলৈ যাওঁতে তেজগাঁ ষ্টেশ্বনত। এই দুবাৰো তেওঁক গ্ৰেপ্তাৰ কৰে। বেৰাকপুৰলৈ যোৱা সম্পৰ্কে চৰকাৰে এখন ইস্তাহাৰ প্ৰকাশ কৰে যে "শ্ৰীযুত বসুক গ্ৰেপ্তাৰ কৰা হোৱা নাই। মাথো আটক কৰি ৰখাহে হৈছে।

১৯৩১ সনৰ ডিছেম্বৰ মাহৰ ২৯ তাৰিখে তেওঁ বম্বেলৈ যাত্ৰা কৰে। মহাত্মাজী ইংলণ্ডৰ ঘূৰণীয়া মেজ মেলৰ পৰা উভতি অহাৰ পিছত কংগ্ৰেছৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ যি অধিবেশন বহিছিল তাতে গৈ যোগ দিয়ে।

১৯৩২ সনৰ জানুৱাৰি মাহৰ ২ তাৰিখে বম্বেৰ পৰা উভতি আহোতে কল্যাণ ৰেল ষ্টেশনত ১৮১৮ সনৰ ৩ আইন মতে গ্ৰেপ্তাৰ কৰি মধ্যপ্ৰদেশৰ সিউনী ছব-জেললৈ নিয়ে। তাৰ পৰা কেইমাহ-মানৰ পিছত জব্বলপুৰ ছেণ্ট্ৰেল জেলত, তাৰ পৰা ভাওৱালী ছেনিটোৰিয়াম আৰু তাৰ পৰা ডাক্তৰী পৰীক্ষাৰ নিমিত্তে বলোৰাম-পুৰ ( লক্ষৌ ) হস্পিতাললৈ নিয়ে। সেই সময়ত তেওঁৰ একেবাৰে স্বাস্থ্যভঙ্গ অৱস্থা আছিল। পিছত চৰ্কাৰে তেওঁক ইউৰোপলৈ যাবলৈ সম্মতি দিয়ে।

১৯৩৩ সনৰ ফেব্ৰুৱাৰী মাহৰ ২৩ তাৰিখে তেওঁ ইউৰোপলৈ যাত্ৰা কৰে। মাৰ্চ্চ মাহৰ ৮ তাৰিখে তেওঁ ভিয়েনা পায়। তাত প্ৰধান ৰাজনীতিক নেতা ৺বিঠলভাই পেটেলৰ লগত সাক্ষাৎ হয়। ৺পেটেলো চিকিৎসাৰ নিমিত্তে তালৈ গৈছিল। তাতে তেওঁৰ মহা প্ৰয়াণ হয়। তেওঁৰ মৃতদেহ ভাৰতলৈ পঠাবলৈ সুভাষচন্দ্ৰই ব্যৱস্থা কৰিছিল। ১৯৩৩ সনৰ মেই মাহৰ ৯ তাৰিখে সুভাষচন্দ্ৰই মহাত্মা-জীৰ আইন অমান্য আন্দোলন স্থগিত ৰখাৰ প্ৰতিবাদ কৰি এখন বিবৃতি প্ৰকাশ কৰিছিল। ১৯৩৩ সনৰ মাৰ্চ্চ মাহৰ পৰা ১৯৩৬ সনৰ মাৰ্চ্চ মাহলৈকে প্ৰায় তিনি বছৰ তেওঁ ইউৰোপত আছিল। এই তিনি বছৰৰ ভিতৰত ১৯৩৪ সনৰ ডিছেম্বৰ মাহৰ ১২ তাৰিখে তেওঁৰ পিতাকক মৃত্যু-শয্যাত দৰ্শন পাবৰ নিমিত্তে আকাশী ৰথেৰে ভাৰতলৈ আহিছিল। কিন্তু পিতাকক জীৱিত অৱস্থাত দেখিবলৈ নাপালে। ডিছেম্বৰৰ ২ তাৰিখে তেওঁৰ পিতৃ-বিয়োগ হয়। ডিছে-ম্বৰৰ ৩ তাৰিখে আহি তেওঁ কলিকতাৰ আকাশী ৰথৰ আড্ডা দমদম পায়হি। সেইদিনাই তেওঁৰ ওপৰত সংশোধিত ফৌজদাৰী আইন অনুসাৰে আদেশ দিয়ে যে তেওঁ সাত দিনৰ ভিতৰতে দেশ

ত্যাগ কৰিব লাগিব। পিছত পিতাকৰ শ্ৰাদ্ধৰ দিনলৈকে থাকিবলৈ আদেশ পালে। ১৯৩৫ সনৰ জানুৱাৰী মাহৰ ৮ তাৰিখে তেওঁ আকৌ ইউৰোপলৈ যাত্ৰা কৰে। ইংলণ্ড, ৰুছিয়া, আমেৰিকা আদি দেশলৈ যাবলৈ তেওঁ আদেশ পোৱা নাছিল। লণ্ডনত থকা ভাৰতীয় গণতান্ত্ৰিক সমিতিৰ উদ্যোগত লণ্ডন নগৰত যি ৰাষ্ট্ৰীয় সন্মিলনৰ অধিবেশন হয়, তাত সুভাষচন্দ্ৰক সভাপতিত্ব কৰিবলৈ আবাহন কৰা হয়। কিন্তু লণ্ডনলৈ যাবলৈ আদেশ নাপালে। তেওঁৰ লিখা অভিভাষণখন সন্মিলনত পাঠ কৰা হয়। তেওঁৰ ৰচিত "ইণ্ডিয়ান ষ্ট্ৰাগল" নামৰ কিতাপখন লণ্ডনৰ পৰা প্ৰকাশ হৈছে। এই কিতাপখন ভাৰতলৈ আহিব নিদিয়ে।

পিতাকৰ শ্ৰাদ্ধৰ পিচত ইউৰোপলৈ যোৱাত বিখ্যাত অস্ত্ৰ চিকিৎসক ডাঃ ডেমিয়েনে তেওঁক অস্ত্ৰোপচাৰ কৰাত তেওঁৰ স্বাস্থ্যৰ বহুত খিনি উন্নতি হয়। তেওঁ ভাৰতৰ জাতীয় আন্দোলনৰ এখন ইতিহাস লিখিবলৈ আৰম্ভ কৰে। শাৰীৰিক অসুস্থতাৰ বাবে ইয়াক শেষ কৰিব নোৱাৰিলে। তেওঁ ভিয়েনাৰ ইণ্ডিয়ান ইউৰোপীয়ান চোচাইটিৰ সন্মিলনত জানুৱাৰি মাহৰ ৬ তাৰিখে যোগ দিয়ে। ডিচেম্বৰ মাহত ৰোমৰ এছিয়াবাসী ছাত্ৰ সন্মিলনতো তেওঁ যোগ দিছিল। ছিনৰ মুছোলিনীয়ে এই সন্মিলন উদ্বোধন কৰিছিল।

১৯৩৬ সনৰ ফেব্ৰুৱাৰি মাহত তেওঁ আয়ৰ্লেণ্ডলৈ যায়। এই বছৰতে কংগ্ৰেছৰ সময়ত তেওঁ ভাৰতলৈ উভতি আহিবলৈ সংকল্প কৰে। গৱৰ্ণমেণ্টে তেওঁক জনাই যে ভাৰতলৈ তেওঁ উভতি আহিব নোৱাৰে। তেওঁ এই সাৱধান বাণী অগ্ৰাহ্য কৰি ভাৰতলৈ উভতি আহে।

১৯৩৬ সনৰ এপ্ৰিল মাহৰ ৮ তাৰিখে বথে বন্দৰ পোৱা মাত্ৰে তেওঁক ১৮১৮ সনৰ ৩ নম্বৰ ৰেগুলেশ্যন অনুসাৰে গ্ৰেপ্তাৰ কৰে। এপ্ৰিল মাহৰ ১৩ তাৰিখে সুভাষচন্দ্ৰক বম্বেৰ আৰ্থাৰ ৰোড জেলৰ পৰা স্থানান্তৰিত কৰে পুণাৰ যাৰবেদা জেললৈ। সেই মাহৰ ২০ তাৰিখে তেওঁক যাৰবেদা জেলৰ পৰা কাৰ্শিয়াঙলৈ আকৌ স্থানান্তৰিত কৰে। ডিছেম্বৰৰ ১৭ তাৰিখে সুভাষচন্দ্ৰক দাৰ্জ্জিলিং মেলত কলিকতালৈ আনি—চিকিৎসাৰ নিমিত্তে মেডিকেল কলেজ হস্পিতালত ৰাখে। সেই মাহৰ ১০ তাৰিখে গোটেই ভাৰত জুৰি তেওঁৰ গ্ৰেপ্তাৰৰ প্ৰতিবাদ স্বৰূপে "নিখিল ভাৰত সুভাষ দিন" পালন কৰা হয়। পাঁচ বছৰৰ পিছত ১৯৩৭ সনৰ মাৰ্চ্চ মাহৰ ১৭ তাৰিখে ভাৰত চৰ্কাৰে সুভাষচন্দ্ৰক বিনা সৰ্ত্তে বন্দী জীৱনৰ জীৱনৰ পৰা মুকলি কৰি দিয়ে। এপ্ৰিলৰ ২৫ তাৰিখে তেওঁ হাৱা পৰিবৰ্ত্তনৰ নিমিত্তে কলিকতাৰ পৰা পাঞ্জাবৰ ডালহৌছী নামে ঠাইলৈ যায়। ডালহৌছীত থাকি তেওঁৰ স্বাস্থ্যৰ বহুত খিনি উন্নতি হয়। কিন্তু চিকিৎসকসকলৰ পৰামৰ্শ মতে তেওঁ পাহাড়ীয়া অঞ্চললৈ গৈ কিছুদিনৰ নিমিত্তে বিশ্ৰাম লবলগীয়া হল। অক্টোবৰৰ ২৩ আৰিখে নিখিল ভাৰত ৰাষ্ট্ৰীয় সমিতিৰ আৰু কংগ্ৰেছ-কাৰ্য্য নিৰ্ব্বাহক সমিতিৰ অধিবেশনৰ উদ্যোগ আয়োজনৰ নিমিত্তে কলিকতালৈ যায়। ১৯৩৭ সনৰ নবেম্বৰ মাহৰ ১৮ তাৰিখে তেওঁ স্বাস্থ্য লাভৰ নিমিত্তে আকাশী ৰথেৰে আকৌ ইউৰোপলৈ যাত্ৰা কৰে। তেওঁ অষ্ট্ৰিয়াৰ বাদগাষ্টিনত থাকি প্ৰায় ডেৰ মাহ চিকিৎসা কৰায়।

১৯৩৮ সনৰ জানুৱাৰী মাহৰ ৮ তাৰিখে সুভাষচন্দ্ৰই ইংলণ্ডলৈ যাত্ৰা কৰি জানুৱাৰীৰ ১০ তাৰিখে ইংলণ্ড পালেগৈ। লণ্ডনত

PLEASE HANDLE THE BOOK CAREFULLY



তেওঁ বিপুলভাৱে সম্বৰ্দ্ধিত হয়। পাৰ্লিয়ামেণ্টৰ বহুতো বিশিষ্ট সদস্যৰ লগত ভাৰতীয় সমস্যা সম্পৰ্কে তেওঁ তাত আলোচনা কৰে। ইংলণ্ডত থকা সময়ত মিঃ ডি, ভেলেৰাৰ লগতো দেখা সাক্ষাৎ হয়।

১৯৩৮ সনত জানুৱাৰি মাহত শ্ৰীযুত সুভাষচন্দ্ৰ বসু ৫১ ম কংগ্ৰেছ (হৰিপুৰা) অধিবেশনৰ সভাপতি নিৰ্ব্বাচিত হয়। সেই মাহৰ ২৪ তাৰিখে তেওঁ লণ্ডনৰ পৰা কলিকতালৈ উভতি আহে। ইউৰোপত থকাৰ নিমিত্তে তেওঁৰ স্বাস্থ্যৰো বহুত উন্নতি হয়।

বঙ্গ প্ৰাদেশিক ৰাষ্ট্ৰীয় সন্মিলনৰ বিষ্ণুপুৰ অধিবেশনত যোগ দিবলৈ তেওঁ জানুৱাৰি মাহৰ ২৯ তাৰিখে তালৈ যায়।

তাৰ পিছতে ভাৰতবাসীয়ে তেওঁৰ উন্নত শিৰত গৌৰৱ-উজ্জ্বল মুকুট পিন্ধাই দি ৰাষ্ট্ৰপতিৰ আসনত বহুৱাই দিছে।

—ইনকুইলাব জিন্দাবাদ—

উলাবৰি, কামৰূপ ]

---

DISTRICT LIBRARY
(HEM BARUA COLLECTION)
TEZPUR.

১। বিদ্ৰোহী-খেতিয়ক ... ৵০

২। ৰাষ্ট্ৰপতি—সুভাষ বসু ... /০

৩। মুছোলিনী ... ... /০


কিতাপ পোৱাৰ ঠিকনা :—

মেনেজাৰ, জিউপ্ৰেছ

গুৱাহাটী

# সাহিত্য-বিচাৰ।

শ্ৰীসত্যনাথ বৰা বি, এলৰ দ্বাৰা

ৰচিত।




গুৱাহাটী।

দ্বিতীয় তাঙ্গৰণ।

১৮২৩ শক।

বেচ. দ০ তিনি সিকি মাথোন।

DISTRICT LIBRARY
HEM BARUA COLLECTION
TEZPUR.

সাহিত্য বিচাৰ দ্বিতীয় বাৰ প্ৰকাশ কৰা হল। প্ৰথম বাৰ ছপোৱাত ইয়াৰ এভাগ বাদ পৰিছিল, এই বাৰ তাক যথা স্থানত সন্নিবিষ্ট কৰা গৈছে। আশা কৰোঁ পুথিৰ কথা-বোৰাক এতিয়া বুজিবলৈ উজু হব। সাহিত্য বিচাৰত যি-বোৰ কথা আলোচনা কৰা হৈছে, আমাৰ বিবেচনাত সেই বোৰ কথা ছাত্ৰবৃত্তিলৈ পঢ়া লৰাই জনা উচিত। কিন্তু তেনে কথা থোপতে কোনো গ্ৰন্থত পোৱা নাযায়। নানা বিধৰ ইংৰাজী, বঙ্গলা, আৰু সংস্কৃত কিতাপ পঢ়িলেহে সেইসকল শিকিবলৈ পাৰি। এই দেখি আমাৰ ছাত্ৰ-বৃত্তি পৰীক্ষাত ব্যৱহাৰ কৰাৰ নিমিত্তে সাহিত্য বিচাৰ লিখা হৈছিল, আৰু সেই কাৰণে তাৰ ভাষাও অতিশয় উজু কৰা হৈছে। কিন্তু ইমান দিনে ই সেই ঠাই পোৱা নাই। কেৱল কোনো কোনো স্কুলৰ নামৰ শ্ৰেণীবোৰত ইয়াক সা-হিত্য স্বৰূপে ব্যৱহাৰ কৰা দেখা যায়। সাহিত্য বিচাৰ কিন্তু সাহিত্য নহয়, ই ব্যাকৰণৰ অন্তৰ্গত। এতেকে ইয়াক স্কুলত চলাব লাগিলে ব্যাকৰণৰ শাখা ৰূপে চলোৱা যুগুত। এই বাৰ উপযুক্ত ঠাইত চলোৱা হব বুলি আশা কৰা গৈছে। দ্বিতীয় তাঙ্গৰণত পুথিৰ আকাৰ বৃদ্ধি হোৱাত তাৰ মূল্যও কিঞ্চিত বৃদ্ধি কৰা হল।

গুৱাহাটী।<br>
১৪ জেঠ, ১৩০৮।

শ্ৰীসত্যনাথ বৰা।

PLEASE HANDLE THE BOOK CAREFULLY.

# সাহিত্য বিচাৰ।

## প্ৰথম অধ্যায়।

### সাহিত্যৰ সাধাৰণ লক্ষণ।

মানুহে নিজ বুদ্ধিৰে আজিলৈকে যি যি কাম কৰিছে, তাৰ ভিতৰত সাহিত্যকে যাই বুলিব পাৰি। সাহিত্যৰ গুণ সংসাৰ জিনি আছে। ইয়াৰ নিচিনা মনমোহিনীয়া বস্তু জগতত আৰু বিচাৰি পাবলৈ বৰ টান। সাহিত্যৰ গুণত বিষাদত বুৰবোৱা মানুহবো মনোবিকাৰ উপশম হয়, ৰুগীয়াৰ ৰোগ সকাহ পৰে, কাঠ-বুকুৱা মানুহৰ মনত দয়াৰস জন্মে, খং, খিয়াল ইত্যাদি যি মানুহৰ ৰিপুবিলাক আছে, সিহঁতো লাহে লাহে কমি যায়, কিন্তু এই সাহিত্য-সুখ সকলোৱে ভোগ কৰিবলৈ নাপায়। আগেয়ে কিছু জ্ঞান আৰ্জি নললে সাহিত্যৰ ৰস পোৱা বৰ টান। সেই দেখিহে মূৰ্খ আৰু অসভ্য জাতিবোৰে সাহিত্যৰ মোল নাপায়; আন কি, সাহিত্য বুলিবলৈ বস্তু এটাই সিহঁতৰ নাই। জ্ঞান সাহিত্য সুখৰ মূল। জ্ঞানৰ ৰশ্মিয়ে মন পোহৰ নকৰিলে সাহিত্যৰ অসীম ৰূপৰ ভলাপো দেখিবলৈ নাপায়। এই জ্ঞান কেৱল লিখা পঢ়া শিকিলেই হয়, এনে বুলি ভবা অনুচিত। অনেক মানুহ

DISTRICT LIBRARY
(HEM BARUA COLLECTION)

আছে, তেওঁলোকে লিখা-পঢ়া জানে আৰু টান টান পুথিৰ অৰ্থও নিমিষতে কৈ দিব পাৰে, তেও সাহিত্যৰ ৰস বুজিবলৈ টান পায়। এই কথাটো প্ৰথমতে আচৰিত যেন লাগিব পাৰে, কিন্তু অলপ গমি চালে দেখা যায়, যে যি জ্ঞানৰ বলত সাহিত্যৰ ৰস বুজিব পাৰি সি লিখা-পঢ়া শিকিলেই হোৱা বস্তু নহয়। তাৰ নিমিত্তে বেলেগে পুৰুষাৰ্থ কৰিব লাগে, তেহে সেই জ্ঞান লাভ কৰিব পাৰি। নীতি-বিজ্ঞান, মনো বিজ্ঞান বা গণিত ইত্যাদি শাস্ত্ৰত বৰ পাৰ্গতালি লাভ কৰিলেও সাহিত্যৰ একো নাজানিব পাৰে। কিয়নো, মনো-বিজ্ঞান শিকোঁতে সাহিত্য শিকা নহয়।

এই জ্ঞান যে দুৰ্লভ এনে নহয়। আন কথা শিকিবলৈ যিমান দুখ কৰিব লাগে, সাহিত্য বোধ কৰোঁতাটো অলপ শ্ৰমতে শিকিব পৰা যায়। যেতিয়া মানুহে লিখা পঢ়া আৰম্ভ কৰে, তেতিয়াৰ পৰা সাহিত্যৰ ফালটোলৈকো চকু দিব লাগে; সদায় তাত মন দিলেহে পিচে উপকাৰ পোৱা যায়। যদি সৰুৰে পৰা সাহিত্যৰ লগত একো সম্বন্ধ নাৰাখা, তেন্তে ডাঙৰ হলে তাৰ ৰস কেনেকৈ বুজিবা? একেই সাহিত্য এটা জটিল বিষয়, তাতে যদি আৰম্ভৰে পৰা তাক হেলা কৰা যায়, তেনেহলে পিচে তাৰ সোৱাদ পোৱা বৰ অসম্ভৱ। কিন্তু কিচেই সৰুতে সাহিত্য শিকিবলৈ ধৰাও উচিত নহয়, কিয়নো তেতিয়া বহুত কথাৰ অৰ্থকে বুজি নাপায় তাৰ অৰ্থ বুজি পালেও কথাৰ ভিতৰ সোমাই তাৰ সাৰ নিকাৰি উলিয়াব নোৱাৰে। যেতিয়া বুদ্ধি পুৰঠ হয়, জটিল কথা আৰু বিচাৰ উলিয়াব পাৰে, আৰু নীৰস বিষয়তো লাগি থাকিবলৈ

[illegible]ৰেজাৰ লগপা হয়, তেতিয়াহে সাহিত্যৰ কাণলৈ মন দিয়া যুক্ত। সাহিত্যত এবাৰ মন বহিলে আৰ শঙ্কা নাই। তাৰ সোৱাদ এবাৰ পালে পাহৰিব নোৱাৰি। সেই দেখিহে জন কবিয়ে ঈশ্বৰত খাটিছিল, যে তেওঁক যেন এই পৃথিবীত আকৌ জন্ম দিয়ে; আকৌ যেন তেওঁ সাহিত্য সুধা পান কৰিবলৈ পায়।

সাহিত্যৰ সোৱাদ আন বিলাক মিঠা বস্তুৰ দৰে নহয়। আন আন বস্তুৰ সোৱাদ জিবাৰে পাওঁ, আন বস্তুৰ ৰূপ চকুৰে দেখোঁ। কিন্তু সাহিত্যৰ সোৱাদ মুখৰ জিবাৰে নাপায়; তাক মনেৰে চাকিব লাগে, তেহে তাৰ ৰূপ বা সোৱাদৰ গম পোৱা যায়। সেই দেখি জিবা নোহোৱা মানুহেও সা-হিত্যৰ ৰকম বুজিব পাৰে। কনাইও তাৰ ৰূপ দেখি ভোল যায়। সাহিত্য সম্ভোগৰ নিমিত্তে বহুত ধন-বিত্তো খৰচ ক-ৰিব নালাগে, বা দেশ এৰি বিদেশলৈকো যাব নালাগে। ঘৰতে বহি সেই পবিত্র সুখ ভোগ কৰিব পাৰি। আৰু সুখৰ অন্তত কেতিয়াবা দুখ মিলে, কিন্তু সাহিত্যৰ পৰা যি আনন্দ পোৱা যায়, তাত বিষাদৰ অলপো মিহলি নাই। সাহিত্য কেৱল সুখৰ ভঁৰাল। নন্দন কাননত যেনেকৈ দেৱতা সকলে অমৃত পান কৰি সকলো দুখ পাহৰে, সেই দৰে জ্ঞানী মানুহে সাহিত্য পঢ়ি বা সমালোচনা কৰি সংসাৰৰ চিন্তা পা-হৰে আৰু পৰম হৰিষে কাল নিয়ায়। জ্ঞানী লোকৰ পক্ষে সাহিত্য জিৰণি লোৱা ঠাই। আনবিলাক মানুহৰ যেতিয়া গৃহকৰ্ম্ম কৰি জাগৰ লাগে, তেতিয়া তেওঁলোকে গীত-বাজনা বা আন কোনো [illegible] আশ্রয় লয়। কিন্তু জ্ঞানী

লোকৰ ভাগৰ লাগিলে সাহিত্য ৰূপ বিলাস বনত সোমাই তাৰ নানা বিধ শোভা চাই চাই ভাগৰ পাহৰে। এই পৱিত্ৰ সুখ লভিবলৈ সকলোৱে যত্ন কৰা উচিত। কোন বাটে গলে এই সুখ লাভ কৰিব পাৰি তাক আমি ক্ৰমে দেখুৱাম। সম্প্ৰতি সাহিত্য কি বস্তু, কিহকনো সাহিত্য বোলে, তাৰ লক্ষণ কেনে, কোনে কি বস্তুৰে সাজিলে, কেতিয়া হল, আগেয়ে কেনে আছিল, এতিয়া কেনে হৈছে, আৰু আন কিহৰ লগত সাহিত্যৰ বিশেষ সমন্ধ আছে, জয় জয়তে এই কেটা কথা ভাগকৈ বিচাৰি চাব লাগিব। তেহে আমি সাহিত্যৰ ওচৰ চাপিব পাৰিম।

সংসাৰৰ সকলো প্ৰাণীতকৈ যে মানুহে ইমান বেছি উন্নতি কৰিছে, তাৰ কাৰণ এই যে সিহঁতে নিজৰ মনৰ ভাব আনক ভাঙি কব পাৰে। এটা মানুহে নিজ বুদ্ধিৰে যি শিকে তাক তাৰ লগৰীয়াবিলাকক বুজাই কব পাৰে। এই ক্ষমতা নথকা হেঁতেন মানুহে কেতিয়াও ইমান খিনি উন্নতি কৰিব নোৱাৰে। যেয়ে যি শিকে, সি তাৰ লগতে লোপ হল হেঁতেন। এতিয়া সেই ক্ষমতাৰ গুণত আমি আনে শিকা বা উলিওৱা কথাৰ পৰা উপকাৰ পাওঁহক। যি উপায়ৰ দ্বাৰাই এজনৰ মনৰ ভাব আন এজনক প্ৰকাশকৈ কব পৰা যায় সেই উপায়ৰ নাম ভাষা। ভাষা কেনেকৈ হল তাক কোনে সাজিলে এই বোৰ কথা আমাক এতিয়া নালাগে। সম্প্ৰতি ইয়াকে জানি থলেই হব, যে আমি ভাষাৰ গুণতহে অন্য জীৱ-জন্তুতকৈ বেছি উন্নতি লাভ কৰিব পাৰিছোঁ। এই ভাষাৰ দ্বাৰাই আমাৰ মনৰ ভাব ব্যক্ত কৰোঁ। এই

ভাষাৰেই যে আমি পৃথিবীত সবাতকৈ শ্ৰেষ্ঠ। কিন্তু অকল ভাষাই আমাৰ ইমান উপকাৰ সাধিব নোৱাৰিলে হেঁতেন। যেতিয়া মানুহে লিখিব নাজানিছিল, যেতিয়া কাপৰ ব্যৱহাৰ পৃথিবীত নাছিল, সেই সময়ত ভাষাৰো বৰ আদৰ নাছিল। ভাষা যে ইমান গুণৱতা হল, ই কেৱল লিখাৰ বলতহে। মানুহে বুদ্ধিৰে উলিওৱা কথা লিখি থবলৈ এইটো উপায় নথকা হেঁতেন, ভাষাৰ পৰা আমি ইমান উপকাৰ কেতিয়াও নাপাওঁ।

মানুহে যেতিয়াৰ পৰা কথা লিখিবলৈ ধৰিলে, সেই দিনৰ পৰা সাহিত্যৰ সৃষ্টি হল বুলি ধৰিব পাৰি। ভাষা লিখিলেই সাহিত্য নাম পায়। ভাষা আৰু সাহিত্যৰ ভিতৰত ইমান মিল, যে সময়ে সময়ে কোনটো কি বাছি উলিয়াবলৈকে টান হৈ পৰে। কিন্তু এই কথাৰ পৰা এনে ভাবি লোৱা উচিত নহয়, যে ভাষা আৰু সাহিত্য একে। সিহঁত আকাৰে প্ৰকাৰে একে ৰকম হলেও, দুইও বেলেগ বেলেগ বস্তু। সিহঁতৰ গুণ বেলেগ, লক্ষণ বেলেগ, আৰু নামো সুকীয়া। কিছুমান কথাত যদিও দুইৰো বৰ মিল দেখা যায়, কিছুমান কথাত আকৌ ইমান অমিল, যে সিহঁতৰ ভিতৰত একো সম্বন্ধই নাই বুলিব পাৰি। প্ৰথমতে চোৱাঁ, ভাষা কেৱল এটা নাম মাথোন। ভাব প্ৰকাশ কৰিবলৈ মানুহে মুখেৰে নানা প্ৰকাৰ শব্দ কৰে; তাৰ একোটা শব্দৰ নাম আখৰ। আখৰ এটা বা কেইবাটাও গোটখাই এটা বস্তুৰ নাম হয়। এই নামবোৰ যেতিয়া মানুহে মনৰ ভাব প্ৰকাশ কৰিবলৈ উচ্চাৰণ কৰে তেতিয়া তাকে ভাষা বোলে। কিন্তু সাহিত্য

ৰূপ-সাকভেৰে গঢ়া বস্তু। মানুহে লিখিবলৈ শিকাৰ আগেয়েও ভাষা আছিল, আৰু এতিয়াও আছে। কিন্তু সাহিত্য আগেয়ে নাছিল। ভাষাৰ আদিধ্বনি ঈশ্বৰে আৰু আদিধ্বনি মানুহে কৰা, কিন্তু সাহিত্য হ'ল সৰ্ব্বাংশে মানুহৰ হাতে গঢ়া বস্তু। সাহিত্য আৰু ভাষাৰ ভিতৰত যে কেৱল এই খিনিহে অ-মিল এনে বুলি ভবা উচিত নহয়। ৰাতি আৰু দিনৰ যেনে প্ৰভেদ, সিইঁতৰ ভিতৰতো প্ৰায় সিমানেই প্ৰভেদ! মিল কেৱল এক ঠাইত মাথোন দেখা যায়। আগতে কৈ অহা হৈছে যে নানা বিধ শব্দ গোটাই থুপাই একেঠাই কৰি এটা ভাব প্ৰকাশ কৰাৰ নাম ভাষা। এতেকে ভাষা শব্দ মূলক, অৰ্থাৎ শব্দ নহ'লে ভাষাৰ সৃষ্টি হব নোৱাৰে। যদি কাহানিবা মানুহে শব্দ এটাইবোৰ পাহৰি যায়, তেন্তে সেই দিনাই ভা-ষাৰো মৃত্যু ঘটিব। সাহিত্যও প্ৰায় তেনেকুৱা। কিছুমান শব্দ লগ কৰি এটা কথা লিখিলেই সাহিত্য হয়। এতেকে সা-হিত্যতো ভাষাৰ নিচিনা শব্দৰ সমষ্টি বা পুঞ্জ বুলিব পাৰি। এই ঠাইতে ইহঁত দুয়োৰো বৰ মিল দেখা যায়। হয়তো বাক্যে এনেহলৈ যাও ধৰা পাতে নিহিত বেলেগ। ইহঁত দুয়োৰো ভি-তৰত কত কত মিল আৰু কত অমিল তাকে বুজি নললে সাহিত্য শিকাত বহুত বিঘিনি জন্মিব পাৰে। কিয়নো, আমি আগেয়ে কৈছোঁ, যে কেতবিলাক মানুহে ভাষা শিকে হয় তেওঁ সাহিত্যৰ ৰস নাপায়। ভাষা জগতত থকা বস্তু, চকু ফুৰালেই তাক দেখা যায়। যেয়ে আখৰ চিনে আৰু শব্দৰ অৰ্থ জানে সেয়ে ভাষা দেখা পায়, আৰু শিকিব পাৰে; কিন্তু সাহিত্য তেনেকুৱা নহয়। তাক ভাষাৰ মাজৰ দৰা

বিধি-আদি উদিয়ালেহে পোৱা যায়। সি তাৰাৰ তলত ঢাক খাই থাকে, বিচাৰি উলিয়ালেহে ওলায়। ভাষা এটা বস্তু সাহিত্য তাৰ ৰূপ, ভাষা শৰীৰ সাহিত্য আত্মা, বা ভাষা পদাৰ্থ সাহিত্য তাৰ গুণ। নাইবা, এই দৰেও ধৰিব পৰা যায়, যে ভাষা এটা ফুল, সাহিত্য গোন্ধ, ভাষা মাটিকঁঠাল সাহিত্য তাৰ সোৱাদ।

এই দৰে ভাষাৰ মাজৰ পৰা সাহিত্য বিচাৰি উলিওৱাকে সাহিত্য শিক্ষা বোলে। এই শিক্ষা অৱশ্যে অতি টান কাম অলপ শ্ৰম কৰি সাধিব নোৱাৰি। গুৰিৰ পৰা লাহে লাহে অভ্যাস নকৰিলে এদিনে যে সাহিত্যৰ ৰস বুজা হব পাৰি এনে কথা কেতিয়াও মনত ঠাই নিদিবা। এই কাম কৰিবলৈ যে কতবা কিছুমান নিয়ম আছে এনে নহয়। নিয়ম থকা হেঁতেন ই ইমান টান হবই নোৱাৰে। যি যি কামৰ নিয়ম বন্ধা আছে, অৰ্থাৎ নিয়ম অনুসৰি চলিলেই যি কাম সিদ্ধ হয়, তাক টান কাম বুলিব নোৱাৰি। কিয়নো, নিয়ম হাজাৰ টান হলেও, মানুহে পুৰুষাৰ্থ কৰি তাক বুজিব পাৰে, আৰু সেই দৰে চলিব পাৰে। যিবোৰ কামৰ একো নিয়ম নাই সেইবোৰেহে অত্যন্ত টান। এই দেখি সাহিত্য শিক্ষা সুৰলা কৰিবলৈ একো উপায় দিব নোৱাৰি। যি তাক শিকিব খোজে তেওঁ কিছুমান দিন মন দি ধৰিলেই আপোনা আপুনি বহুত উপায় ওলায় পৰিব। ইয়াত শিকোঁতাৰ সহায় কৰিবৰ নিমিত্তে আমি স্থূল স্থূল দুই চাৰিটা কথা উত্থাপন কৰিলোঁ। এই আৰ্হি অনুসৰি কাম কৰিলে যে কিছু উপকাৰ হব, তাত আমাৰ এক ৰতিও সন্দেহ নাই।

পৃথিবীত যত বস্তু আছে তাৰ সকলোৰে দুই পিঠি। কথাৰো ভাব ঠিক এনেকুৱা। এটা লিখা প্ৰবন্ধৰ দুটা পিঠি, তাৰে এপিঠিৰ নাম কথা বা শুধ ভাষা আৰু আনটো পিঠিৰ নাম সাহিত্য। যেতিয়া আমি প্ৰবন্ধত কোৱা কথাকেটাৰৈলৈ মাথোন মন কৰোঁ, অৰ্থাৎ লিখকে যি ভাব প্ৰকাশ কৰে তাত মাথোন মন দিওঁ, তেতিয়া আমাৰ চকু কেৱল ভাষাতহে থাকে। কিন্তু যদি তাক এৰি বা তাত বাজেও লিখকৰ লিখাৰ ধৰণলৈ চাওঁ অৰ্থাৎ লিখকে কেনেকৈ মনৰ ভাব প্ৰকাশ কৰিছে, তেওঁ কি কি শব্দ ব্যৱহাৰ কৰিছে, কি উপমাৰে বুজাইছে, আৰু কেনে ভাবত লিখিছে, এই বোৰ কথালৈ মন দিয়া যায়, তেন্তে সেই প্ৰবন্ধৰ তেতিয়া সাহিত্য বিচৰা হয়। মুঠতে কব লাগিলে লিখকে যি কয়, তালৈ মন কৰিলে ভাষা আৰু যেনেকৈ কৈছে তালৈ মন কৰিলে সাহিত্য বিচাৰ কৰা হয়। যি মানুহে প্ৰবন্ধত কোৱা কথা অৰ্থাৎ বাতৰিটো মাথোন বিচাৰে তেওঁ সেই প্ৰবন্ধৰ সাহিত্য নেদেখে। সাহিত্য বিচৰা মানুহে প্ৰবন্ধত থকা উপমাৰ মিল, শব্দৰ পাতনি, ভাবৰ গাঁথনি, আৰু লিখাৰ প্ৰণালীলৈ মন কৰে। এটি উদাহৰণ দিওঁ চোৱা। "ঈশ্বৰ দয়াৰ সাগৰ" এই এটা বাক্য। এতিয়া আমি যদি বাক্যটো পঢ়ি ইয়াকে বুজি পওঁ যে ঈশ্বৰ বৰ দয়ালু' তেনেহলে আমি তাৰ ভাষা হে মন দিলোঁ। কিন্তু যদি এই দৰে ভবা যায়, যে এই ঠাইত ঈশ্বৰ নিদি পৰমেশ্বৰ লিখা হেঁতেন শুনিবলৈ ভাল হল হেঁতেন, বা ঈশ্বৰ শব্দটোৱে এই ঠাইত সুন্দৰ ৰূপে খাই পৰিছে আন শব্দ দিলে বেয়া হব, তেনেহলে আমি তেতিয়া

বাক্যটোৰ ভাষা বিচৰা নাই, আমাৰ মন তাৰ সা-
হিত্যতহে আছে। আৰু এই দৰেও ভাবি চাব পাৰি, যে
ঈশ্বৰক দয়াৰ সাগৰ বুলি দয়াতৰঙ্গিনী বা দয়াকূপ বোলা
ভাল আছিল' বা দয়াকূপ বুলিলে নিন্দিলে, কিয়নো ঈশ্বৰ স-
ৰ্ব্বব্যাপী, এতেকে দয়ানদী বোলা যাওক, বা এই শব্দটো
শুনিবলৈ কৰ্কশ, এতেকে দয়াতৰঙ্গিণী বোলা ভাল; এনেকুৱা
বোৰ কথালৈ মন কৰিলে সাহিত্য বিচাৰ কৰা হয়।

এতিয়া সুন্দৰ ৰূপে বুজিব পাৰি, যে সাহিত্য কেৱল
ভাষাৰ অলঙ্কাৰ মাথোন। এই অলঙ্কাৰবোৰ গুচাই যদি
ভাষাক একে বাৰে উভ নাঙট কৰা যায়, তেন্তে তাৰ এই
ৰূপ নাথাকে। কিন্তু ভাষাক একে বাৰে নিৰলঙ্কাৰ কৰা
অতি দুষ্কৰ। তাক বেয়া সাজ পিন্ধাই দেখিবলৈ কুৎসিৎ
কৰিব পাৰি, কিন্তু সমূলি নাঙট কৰিবলৈ টান। কিয়নো
শব্দই ভাষাৰ অলঙ্কাৰ, আৰু আগত কোৱা হৈছে, যে শব্দই
তাৰ মূল। যদি শব্দ এটাইবিলাক কাঢ়ি নিয়া যায়, তেন্তে
ভাষাই নাথাকে। ভাষাক সুৱণী কৰিবলৈ মানুহে নানা
বিধ অলঙ্কাৰ পিন্ধায়। কেৱল ভাষাই মানুহৰ মন টানিব
নোৱাৰে। বেয়াকৈ লিখা পুথি পঢ়িবলৈ কাৰো মন নাযায়।
তেনেকুৱা পুথি এবাৰ পঢ়ি চালেই দুনাই মেলিবলৈ বেয়া
লাগে। কিন্তু ভাল বছা শব্দ, সুন্দৰ উপমা, বা নতুন
মনোহৰ ভাবেৰে সজাই পুথি লিখিলে তাক সকলোৱে আদৰ
কৰে। তাক এবাৰ পঢ়িলে আকৌ পঢ়িবলৈ মন যায়। কা-
লিদাসে শকুন্তলা লিখিবৰ আজি কত যুগ হল, তেও সেই
শকুন্তলা পঢ়ি মানুহে আজিলৈকে ৰস পায়, আজিও সকলোৱে

তাক আদৰ কৰি ৰাখে, হেঁপাহ কৰি পঢ়ে। ইয়াৰ কাৰণ এই যে শকুন্তলা বত্রিশ অলঙ্কাৰে বিভূষিতা। তাক পঢ়িলেই মানুহৰ মন মোহে। যি সাহিত্যৰ ৰস বুজা মানুহে এবাৰ শকুন্তলা পঢ়ি চাইছে, সি কেতিয়াও তাক পাহৰিব নোৱাৰে।

যদিও অলঙ্কাৰে সাহিত্যৰ ইমান উপকাৰ কৰে, তাৰ পৰা যে কিছু কিছু অপকাৰ হোৱা নাই এনে নহয়। অলঙ্কাৰ লগাওঁতে দুই চাৰিটা নলগা শব্দ বা উপকৰা ভাব ব্যৱহাৰ কৰিব লগাত পৰে। যি কথা আচলতে নাই তাকো কেতিয়াবা আছে বুলি কব লাগে। পাচে, যি মানুহে পঢ়ে তেওঁ অলঙ্কাৰৰ কথাখিনিকো সচা বুলি ধৰি থয়। সাহিত্যৰ ভিতৰত যদি কিবা ঘুণ আছে, সি শব্দৰ আৰু ভাবৰ বহুলতাইহে। বহুলতাই অনেক মানুহৰ ভ্রম জন্মায়। এই নিমিত্তেহে বোধ কৰোঁ মূলতে মিছা কথাতো মানুহৰ অটল বিশ্বাস দেখা যায়। মানুহে এই কথাটো ভাবি নাচায় যে কোনো এটা বস্তুৰ বৰ্ণনা কৰিব লাগিলে, আৰু সেই বৰ্ণনা যদি ধুনীয়া কৰিব খোজা যায়, তেনেহলে মাজে মাজে দুই এটা বিশেষণ ব্যৱহাৰ কৰিব লগা হয়। সেই বিশেষণবোৰৰ ভাব নানা প্রকাৰ হব পাৰে। বিবেচনা কৰা, তুমি এজোপা গছ বৰ্ণবা সেই গছৰ ডালবোৰ বৰ দীঘল। পিচে বৰ্ণনাত তুমি লিখিব লাগিব যে তাৰ ডালবোৰ সুদীৰ্ঘ বা অতিশয় দীঘল আছিল। বৰ দীঘল বুজাবলৈ যি দুটা বিশেষণ ইয়াত ব্যৱহাৰ কৰা হল, তাক দেখোঁতে সিমান জটিল বা ব্যৰ্থযুক্ত যেন নেদেখা হয়, কিন্তু অৰ্থ তাকিৰৰ সময় তাৰ কেইবাটাও অৰ্থ ওলায়। সুদীৰ্ঘ বুলিলে কেৱল নিয়মিত ৰূপ দীঘলহে বুজায় যে এনে নহয়, অস্বাভাৱিক দীঘল

পৃথিৱীত আন যিবিলাক জাতি আছে তেওঁলোকৰ সাহিত্যতো এই দোষ বা দোষযুক্ত অলঙ্কাৰ আছে; কিন্তু হিন্দু, গ্ৰীক আৰু মুছলমানৰ সাহিত্যত বৰ বেছি পৰিমাণে দেখা যায়। আন জাতিৰ লিখকে যদি একক চাৰি কৰে, হিন্দু আৰু মুছলমানে তাক চাৰি হাজাৰ নকৰে মানে নেৰে। এই দোষ অৱশ্য একেবাৰে গুচাব নোৱাৰি, কিয়নো ই সাহিত্যৰ এবিধ অলঙ্কাৰ। কিন্তু বহুতকৈ এনেকুৱা অলঙ্কাৰ লগালে ভাষা সুন্দৰী নহৈ কদাকাৰহে হয়।

ভাষাক অলঙ্কাৰ পিন্ধাবলৈ খোজোঁতে কেতিয়াবা মিছা কথাও কব লগা হয়, অৰ্থাৎ যি বস্তুটো বা গুণটো নাই তাকো আছে বুলি কব লগাত পৰে। এই দোষটো প্ৰায় আখৰ মিলাওঁতে বা শুনিবলৈ সুললিত কৰোঁতেহে হয়। এটা আখৰৰ নিচিনা আন এটা শব্দ লগাওঁতে লিখকে দুই চাৰিটা মিছা কথা লিখে। বিবেচনা কৰা, এটা মানুহক তুমি উত্ৰাৱল বুলি বলিছা, কিন্তু উত্ৰাৱল শব্দটোৰ দৰে আৰু দুই চাৰিটা শব্দ আছে: যেনে উগ্ৰ, উষ্ণ, বা উটনুৱা। পিচে লিখকে যেতিয়া উত্ৰাৱল শব্দটো লিখে তেতিয়া ভাষা সুশ্ৰাব্য কৰিবৰ মনেৰে উগ্ৰ বা উটনুৱা কথাও লিখি পেলায়। লিখকে জানিব পাৰে, যে উত্ৰাৱল মানুহ জন উগ্ৰ বা উটনুৱা নাছিল, তেওঁ দুয়োটা শব্দ একে লগে লিখিলে শুনিবলৈ ভাল হয় দেখি তেওঁ অৰ্থলৈ বৰ কাণ নকৰে। এনেকুৱা কথা সকলো প্ৰবন্ধতে পোৱা যায়। ইও সাহিত্যৰ এবিধ অলঙ্কাৰ, এতেকে এই দোষ গুচাবৰ একো উপায় নাই।

ভালকৈ গমি চালে দেখা যায়, যে কথা লিখি উলিয়ালে

তাৰ পচ্ আগৰ দৰে নাথাকে। মানুহৰ মুখৰ পৰা গৈ কাপৰ মুখত পৰিলেই মূৰ্ত্তি বেলেগ হয়। কদাকাৰ বস্তু সুৱণী হৈ পৰে, ষিহাকো সচা যেন লাগে। ইয়াৰ কাৰণ এক প্ৰকাৰে আগেয়েই কোৱা হৈছে। বাঢ়ৈ আৰু খনিকৰে যেনেকৈ সাধাৰণ কাঠ বা মাটি এডোখৰকে সুন্দৰকৈ চাঁচি কাটি তাৰ ওপৰত ধুনীয়া ৰহণ লগাই চিক্‌চিকিয়া কৰি পেলায়, সেই দৰে লিখকেও এটা অতি সামান্য বস্তুকে সুন্দৰ সুন্দৰ শব্দ আৰু উপমা যোজনা দি সজাই এনে সুৱনী কৰিব পাৰে যে, তাক আগৰ সেই সামান্য বস্তুটো বুলি চিনিবই নোৱাৰি। এই দেখিছে কিতাপত পঢ়া ঠাইবোৰ বা মানুহ বিলাকক চাবৰ বৰ মন যায়। যি এবাৰ কাদম্বৰী বা শকুন্তলা পঢ়িছে, তাৰ মনত সদাই এনে ইচ্ছা যে পুনৰায় সেই দিন উলটি আহক, পুনৰপি যেন অৰণ্যৰ মাজত সেই দৰে মুনিৰ আশ্ৰম দেখিবলৈ পাব। মহাভাৰতত নৈমিষাৰণ্যৰ কথা পঢ়ি এনে বোধ হয় যে সেই ছাবি স্বৰ্গৰ নিচিনা সুখময় মহা পবিত্ৰ ঠাই। কিন্তু যদি সেই ঠাইবোৰ চাবলৈ যোৱা যায়, তেন্তে দেখিবা যে কিতাপত পঢ়ি যেনে লাগিছিল আচলতে তেনেকুৱা নহয়। আমি থকা ঠাইবোৰ যেনেকুৱা সিও প্ৰায় তেনেকুৱা, অলপহে যদি প্ৰভেদ হলায়। এই এটাই বোৰ কৰিব কাপৰ গুণ।

সাহিত্যৰ সাধাৰণ লক্ষণ কেনেকুৱা তাক কৈ এতোলোঁ। বোধ কৰোঁ এতিয়া ওপৰৰ আলোচনা পঢ়িলে সাহিত্য কাক বোলে অনায়াসে কব পৰা যায়। কিন্তু এতিয়াও এটা কথা বাকি। সাহিত্য হবৰ দিন ধৰি আজিলৈকে একে দৰে আছেনে,

বেলেগ হৈছে তাৰ কথা মুঠে কোৱা নাই। আজি কালি যদি সাহিত্য কিছু বেলেগ হৈছে, তেনেহলে আদিতে কেনেকুৱা আছিল আৰু এতিয়ালৈ তাৰ ৰূপ কেনে হৈছে; এইকেটা কথাৰ মীমাংসা হলেই সাহিত্যৰ সাধাৰণ অৱস্থা ওৰ পৰে।

সকলো বস্তুৰে যে পৰিবৰ্ত্তন আছে এই কথা সকলোৱে জানে। পৃথিবীৰ ভিতৰত এনে একো বস্তু নাই যি আদিৰে পৰা আজিলৈকে একে দৰে আছে। সাহিত্যৰো সেই দৰে সময়ৰ লগে লগে গঢ় লবিবই লাগিছে। আদিতে যেনেকুৱা আছিল এতিয়া তেনে নহয়; ইয়াৰ প্ৰকাৰ আজি কালি বেলেগ হৈছে। আগৰ লিখকবিলাকে নামৰ আগত বিশেষণ গোটাচেৰেক সৰহকৈ দিব পাৰিলেই পণ্ডিতালি কৰা হল যেন জ্ঞান কৰিছিল। পুৰণি কলিবোৰত আৰু গীতত লেখা কথা পঢ়িলে শাৰী শাৰী কেৱল বিশেষণকে পোৱা যায়। তাৰ পৰা আচল সাৰ খিনি বিচাৰি লোৱাই টান। কৰ্ত্তা কৰ্ম্ম কৰবাত পৰি থাকে, পাঠ তাই পুৰুষাৰ্থ কৰিহে সিইঁতক বিচাৰি পায়। একোটা প্ৰবন্ধত কথা এধানমান, কিন্তু তাকে বিশেষণ লগাই লগাই বৃহৎ কৰে। এই দোষ আধুনিক লিখকৰ নাই। আজি কালি এঠাইত দুটা বা তিনিটাতকৈ বেছি বিশেষণ ব্যৱহাৰ নকৰে। এতিয়াৰ সাহিত্যত কিন্তু উপমাৰ হ্ৰাস দেখা যায়। আগৰ লিখক বিলাকে যেনে সুন্দৰ সুন্দৰ উপমা দি কথা বুজাব পাৰিছিল, এতিয়া তেনেকুৱা উপমা অতি কম। আগেয়ে কবি সকলে আচল কথা ভাঙ্গি নকৈছিল, কেৱল উপমাৰেই

ভাৱ প্ৰকাশ কৰিছিল। এতিয়াৰ মানুহে উপমা এৰি কথাত ধৰিছে, কথাৰেই সকলো বিষয় বুজাই দিয়ে। আমাৰ বিবেচনা মতে আগৰ লিখক বিলাকৰ আৰু এটা দোষ আছিল। তেওঁলোকে চলিত ভাষাৰে কথা লিখিবলৈ ঘিণাইছিল। মানুহে সদাই যিবোৰ শব্দেৰে কথা বাৰ্ত্তা কয়, সেইবোৰ শব্দ সিবিলাকে ব্যৱহাৰ কৰিবলৈ কিছু বেয়া পাইছিল যেন বোধ হয়। ইয়াৰ ফল হৈছিল এই, যে সাধাৰণ মানুহে অৰ্থাৎ অলপ লিখা পঢ়া জনা মানুহে পণ্ডিতে লিখা কথা বুজিব নোৱাৰিছিল। এই দোষে আজি কালি কেৱল সংস্কৃত জনা পণ্ডিত বিলাকক চুইছে। তেওঁলোকে চুটি সৰু শব্দৰ কথা লিখিবলৈ বেয়া পায়। লাহে লাহে এইবোৰ দোষ উঠি যাব ধৰিছে, আৰু কিছুমান দিনৰ মূৰত বোধ কৰো উঠি নাইকিয়া হব। এতিয়াৰ লিখকৰ বাক্যবোৰ চুটি চুটি; আগৰ নিচিনা আজি কালি কথা যোৰাই বাক্য দীঘল নকৰে। ইয়াতে আৰু এটা কথা কোৱা উচিত, যে দেশভেদে আৰু জাতিভেদে সাহিত্যৰো লক্ষণৰ অলপ ব্যতিক্ৰম দেখিবলৈ পোৱা যায়। এই বিষয় আমি এতিয়া আলোচনা নকৰোঁ। সম্প্ৰতি সাহিত্য ভাগ কৰি, তাৰ একো ভাগৰ নো লক্ষণ কেনেকুৱা, এভাগৰ লগত আন ভাগৰ কি সম্বন্ধ আৰু সাহিত্যৰ নো মুঠতে কেই ভাগ এই কেটা কথাৰ বিচাৰ কৰিব লাগিব। ইয়াৰ লগতে দেশভেদে সাহিত্যৰ লক্ষণ কেনে হয় তাকো দেখুউৱা যাব।

---

# দ্বিতীয় অধ্যায়

## গদ্য।

ভাষাৰ কি অপাৰ মহিমা ! তাৰ অবিহনে মানুহৰ কি বিলাই হলহঁতেন ? সুদাতেনো মানুহে তাৰ সৰস্বতী নাম লৈ চৰণত ফুল জল দি পূজে নে ? ভাষা নোহোৱা হলে এই সুখময় ধৰণী কেৱল দুখৰ আলয় হল হেঁতেন । মানুহে এই সবে জ্ঞানৰ বৰাই কৰিবলৈ আৰু আন জীৱ জন্তু তকৈ শ্ৰেষ্ঠ বোলাবলৈ নোৱাৰিলে হেঁতেন আৰু আজি কালি যিবোৰ অদ্ভুত বস্তু দেখা যায় সিও হব নোৱাৰিলে হেঁতেন । এই জগত আঁউসীৰ ৰাতি যেন দোৰ্ঘোৰ আন্ধাৰ হল হেঁতেন । মানুহৰ মনৰ কথা মনতে থাকিল হেঁতেন । ভাষাৰ গুণৰ অন্ত নাই । তাৰ গুণত আমি বহুত বিপদৰ পৰা তৰিছোঁ । মনত বিষাদ লাগিলে আনৰ আগত তাকে কৈ অলপ সান্ত্বনা পাইছোঁ, আৰু আনন্দ লাগিলে তাক প্ৰকাশ কৰি সন্তোষ লভিছোঁ । কিন্তু মনৰ ভাব কথাৰে প্ৰকাশ কৰিবলৈ কেইবাটাও নিয়ম আছে, তাৰে এটাৰ নাম গদ্য । কথা কবৰ আৰু লিখিবৰ এইটোৱেই সাধাৰণ স্বাভাবিক ধৰণ । আমি সৰুৰে পৰা এই নিয়মেৰে কথা কবলৈ শিকোঁ । লৰাই মাকক এই প্ৰণালীৰেহে আহাৰ খোজে, মাকেও লৰাক এই প্ৰণালীত কথা কৈহে মৰম কৰে, আৰু কান্দিলে নিচুকায় । খাওঁতে শোওঁতে সদাই আমি গদ্যত কথা কওঁ । গদ্যৰ লক্ষণ কেনেকুৱা তাক স-

কলোৰে জানে, কিয়নো ইয়াক ব্যৱহাৰ নকৰা মানুহ নাই। কিন্তু গদ্যৰ লক্ষণ জানিলেও, তাৰ ভিতৰৰ দোষ গুণ বেগেতে উলিয়াবলৈ টান। পৃথিবীত আমাৰ কত চিনাকি মানুহ আছে, তেওঁলোকক আমি দেখিলেই চিনি ধৰিব পাৰোঁ। কিন্তু এটাইবিলাক চিনাকি মানুহৰ ভিতৰৰ দোষ গুণ বুজিবলৈ টান। সেই দোষ গুণবোৰ জানিবলৈ যত্ন নকৰিলে কেৱল চিনাকি হলেই এটাইখিনিৰ গম পাব নোৱাৰি। গদ্যও তেনেকুৱা। যদিও আমি তাক দিনে ৰাতি ব্যৱহাৰ কৰোঁ তেও তাৰ ভিতৰুৱা দোষ গুণ নিশিকিলে জানিবলৈ টান। এতেকে গদ্যৰ ভিতৰত আমি নজনা কিবা দোষ গুণ আছে নে নাই বিচাৰি চোৱা যাওক।

গদ্য কিহক বোলে, ই কেৱল [illegible] ওপৰে চালে বোধ হয়, যে গোটাচেৰেক [illegible] লিখিলেই গদ্য হয়। কিন্তু অলপ গমি চালে বুজিব [illegible] যে সি নহয়। যেই সেই শব্দ একে ঠাই কৰিলে গদ্য হব নোৱাৰে; যেনে গছ লতা স্বৰ্গ পানী। ইয়াত চাৰিটা শব্দ আছে, তেও গদ্য নহল। এনেকৈ কব পাৰা, যে শব্দ এটা-একেটা বিশেষ্য তাৰ ভিতৰত ক্ৰিয়া পদ এটিও নাই, এতেকে গদ্য নহল। কিন্তু তাৰ ভিতৰত এটা বা দুটা ক্ৰিয়া পদ দিলেই যে গদ্য হব সিও নহয়; যেনে, গছ লতা খোৱা স্বৰ্গ দিয়া পানী। ইয়াৰ ভিতৰত ক্ৰিয়া পদ দুটাও আছে, তেও তাক গদ্য বুলিব নোৱাৰি। কাৰণ শব্দ পাতিবৰ এটা বিশেষ নিয়ম আছে, সেই দৰে নাপাতিলে যিমান শব্দ লিখা নিলিখা সি কেতিয়াও গদ্য হব নোৱাৰে। শব্দ পাতিবৰ

প্ৰণালীৰ বিষয় ইয়াত আমি একো নকওঁ, ব্যাকৰণ শিকিলেই তাক সুন্দৰ ৰূপে শিকিব পৰা যায় । আমাৰ কবলগীয়া কথা এই যে ব্যাকৰণৰ নিয়ম অনুসৰি যথা ঠাইত ক্ৰিয়া কৰ্ত্তাদি শব্দ পাতিলেও গদ্য হয় । কিন্তু ইয়াতে আৰু এটা কথা আছে । ব্যাকৰণত যেনেকৈ কৈছে সেই দৰে শব্দ পতা হলেও, ক্ৰিয়া, কৰ্ত্তা, কৰ্ম্ম আদি কৰি সকলোবোৰ উচিত ঠাইত থোৱা হলেও, বাক্যটো গদ্যৰ আকাৰ নধৰিব পাৰে । বিবেচনা কৰা এজনে লিখিছে যে "পুব কালত পৰা বায়ুক একে বাহে বৈছ" । এই বাক্যটোত ক্ৰিয়াও আছে আৰু কৰ্ম্মও আছে, আৰু শব্দবোৰো যথা নিয়মে পতা হৈছে, তেও ইয়াক গদ্য বুলিব নোৱাৰি, কিয়নো বাক্যটোত এটা ঘাই কথাৰ অভাব । যি শব্দৰ দ্বাৰাই বাক্য সজা যায় সেই শব্দকেটাৰ ভিতৰত মিল থাকিব লাগে । এটাৰ লগত আন এটা লগাই চালে অমিল হব নালাগে, অৰ্থাৎ এটাইবোৰ শব্দ গোট কৰিলে এটা অৰ্থ ওলাব লাগে । যদি সেই শব্দ-বোৰৰ পৰা একো ভাব বা অৰ্থ উলিয়াব নোৱাৰি, শব্দকেটা গোট খাই এটা কথা হব লাগে । এই কাৰণে গদ্যক কথাও বোলে ।

এতিয়া দেখা গল যে গদ্য আন একো নহয়, কেৱল কথাৰ দ্বিতীয় নাম মাথোন, বা কথাৰে আন এটা মূৰ্ত্তি । কিন্তু এই কথাৰ পৰা গদ্য লিখা বৰ উজু কাম বুলি ভবা উচিত নহয় । কণ্ঠতে কথা সহজে ওলায় হয়, কিন্তু লিখিবৰ সময় আখৰে আখৰে উজুটি খাব লাগে । কবৰ সময় যে-তিয়াই যিটো ভাব মনত ওলায় তাকে কব পাৰি, আৰু যে-

তিয়াই যি শব্দ মুখত ওলায় তাক ব্যবহাৰ কৰিব পৰা যায়। লিখোঁতে কিন্তু সকলো কথ'বে এটা শৃঙ্খলা লগাব লাগে। মুখেৰে কোৱাৰ নিচিনা যি আহে তাকে লিখিলে প্ৰবন্ধ লেতেৰা হয়। পঢ়োঁতাই তাৰ মাধুৰ্য্য লালিতা দেখিব থাওক ভাবকে বুজিব নোৱাৰে। এই দেখি কোনো বিষয় লিখিব লাগিলে, অগেয়ে তাক ভালকৈ মনত ভাবি ঠিক কৰি লব লাগে। কোনটো ভাবৰ পাচত কোনোটো ভাব বহুৱাবা তাক ঠিক-কৰি লব লাগে, তেনেহলে লিখিবৰ সময় একো অসুবিধা নজন্মে, আৰু প্ৰবন্ধও ভাল হয়। কথা কওঁতেও এই নিয়মে চলা যুগুত, আৰু বহুত মানুহৰ আগত ভালকৈ কোনো বিষয় আলোচনা কৰিব লাগিলে তেনেকুৱা নকৰিলেই নহয়। ভাল লিখকৰ হাতৰ গদ্য শ্ৰোতকৈও সোৱাদ, পঢ়িলে কাণত যেন অমৃতহে বৰষে। গদ্যেৰে যি কথাৰ বাখ্যা কৰা হয় তাক ভালকৈ ভাঙ্গি লিখিব লাগে; পাঠকে যেন পঢ়ি যাওঁতেই এটাইখিনি কথা বুজি যায়। কোনো কোনো লিখকে দুই চাইটা কথা লুকাই ৰাখে, কিন্তু তাৰ পৰা ভাল নহৈ বেয়াহে হয়। প্ৰবন্ধ গভীৰ সাকৰা কৰিবৰ মনেৰে কথাৰ তলত কথা, ভাবৰ তলত ভাব লুকাই থয়, আৰু এটা কথা কৈ আন এটা কথা বুজাই দিব খোজে হয়, কিন্তু গদ্যত এই নিয়ম নাখাটে। ইয়াৰ কলো বৰ বেয়া হয়। আমি যে কথা লুকাই থোৱাৰ কথা কলোঁ তাৰ পৰা এনে নাভাবিবা যে লিখকে কৱলগীয়া কথাকো কবলৈ এৰে। ভাব লুকুৱাৰ অৰ্থ বেলেগ। ইয়াৰ উদাহৰণ সাঁথৰত পোৱা যায়। যি মানুহে সাঁথৰ সাজে তেওঁলোকে

পোন পোন কথাৰে ভাব প্ৰকাশ নকৰি ঘুৰাই পকাই, আৰ নিচিনা তাৰ নিচিনা বুলি মনৰ কথা লুকাই ৰাখে। পাচে পঢ়োঁতাই সাঁথৰ ভঙাৰ নিচিনা গুণিগাঁথি উলিয়াব লগা হয়। এনেকুৱা কথা সংস্কৃত ভাষাত বহুত পোৱা যায়। আনকি নিমন্ত্ৰণী পত্ৰ এখান সংস্কৃতেৰে লিখিব লগা হলে, তাতো সেই দৰে কথা লুকাই থয়। সেই পত্ৰ পঢ়ি নিমন্ত্ৰণ কাহানিলৈ কৰিলে তাকে উলিয়াবলৈ চাৰি জন পণ্ডিত লগাত পৰে। গদ্য লিখোঁতে এই দৰে লিখা ভাল নহয়। ইয়াত সকলো কথা ওপৰতে ওলাই থাকিব লাগে, তেহে গদ্য ৰসাল হয়। নাইবা কথাৰ অৰ্থ বুজিবলৈ প্ৰবন্ধ কৰোঁতে ৰস একেবাৰে হেৰায়। আৰু গদ্য লিখোঁতে আগৰ পৰা গুৰিলৈ একে ৰকম শব্দ ব্যৱহাৰ কৰা ভাল, এঠাইত সাধৰণ শব্দ এঠাইত টান শব্দ ব্যৱহাৰ কৰিলে পঢ়োঁতে মাজে মাজে উজুটি খাই যাব লাগে। বাট ওখ চাপৰ হলে যেনেকৈ খোজ কাঢ়িবলৈ বৰ আচল হয়, তেনেকৈ গদ্যতো এঠাইত সৰু, এঠাইত ডাঙৰ শব্দ ব্যৱহাৰ কৰিলে পঢ়িবলৈ আচল হয়, আৰু শুনোতেও বেয়া শুনি। সদাই যি বোৰ শব্দ ব্যৱহাৰ কৰা যায়, তাৰেহে কথা লিখাও উচিত। কোনেও নকনা, কেতিয়াও নুশুনা, শব্দেৰে কথা লিখিলে তাৰ একো ৰস নাথাকে। ইয়াৰ এটা উদাহৰণ দিওঁ চোৱাঁ:—

এডাল ওখ মহীৰুহত নানা বৰণীয়া খেচৰ পখি মনৰ আনন্দে নাচি নাচি ঈশ্বৰৰ গুণ কীৰ্ত্তন কৰিছে।

এই বাক্যটোৰ ভিতৰত "মহীৰুহ" আৰু "খেচৰ" শব্দ

ছুটা ডাঙৰ, এই দুই শব্দ উচিত ঠাইত ব্যৱহাৰ কৰা হোৱা নাই। কিয়নো বাক্যটোৰ বাকি এটাইবোৰ শব্দ চলিত সাধাৰণ শব্দ, আৰু তাৰ ভাবো সিমান ডাঙৰ নহয়। এই ঠাইত মহীৰুহ দুবুলি গছ আৰু খেচৰ বুলি চৰাই বা পক্ষী বুলিলে ভাল হল হেঁতেন।

সৰু শব্দৰ লগত ডাঙৰ শব্দ ব্যৱহাৰ কৰিলে যেনে বেয়া হয়, ডাঙৰ শব্দৰ লগত সৰু শব্দ ব্যৱহাৰ কৰিলেও বেয়া শুনি। উদাহৰণ দিও চোৱা।—

"পূৰ্ব্ব দিশে অৰুণ দেৱৰ কিঞ্চিৎ আৱিৰ্ভাব হওঁতেই পৰিমল-লোভ-ক্ষিপ্ত জোমোৰা—গ্ৰাম বিকশিত প্ৰসূন-গৰ্ভাবৰ্ত্তী মুখে মহা বেগে ধাৱমান হল।"

এই বাক্যটোৰ ভাব অৱশ্য বৰ গভীৰ নহয়, তেও তাক ডাঙৰ শব্দেৰে প্ৰকাশ কৰা হৈছে। সাধাৰণ ভাব সাধাৰণ কথাৰেই প্ৰকাশ কৰা উচিত। কিন্তু সেই বুলি যে সামান্য ভাব ডাঙৰ কথাৰে প্ৰকাশ কৰিলে কোনো দোষ জন্মে এনে নহয়। লিখকে যেনেকুৱা শব্দ ব্যৱহাৰ কৰিবলৈ ইচ্ছা কৰে তেনেকুৱা শব্দকে ব্যৱহাৰ কৰিবলৈ পাৰে। কিন্তু শব্দ পাতনিত কোনো দোষ ঘটিব নালাগে। ওপৰত দিয়া বাক্যটোৰ শব্দ পাতনিত এটা দোষ আছে। তাত "জোমোৰা" শব্দটো কেতিয়াও ব্যৱহাৰ কৰিব নালাগিছিল। কাৰণ বাক্যটোৰ আন এটাইবোৰ শব্দই ডাঙৰ। ডাঙৰ শব্দৰ লগত ডাঙৰ শব্দহে সুৱায়, আৰু শুনিবলৈকো ভাল হয়।

শব্দ ব্যৱহাৰ কৰোঁতে আৰু এটা কথা আছে। একে ঠাইতে কৰ্কশ আৰু মৃদু দুইও বিধ শব্দ ব্যৱহাৰ কৰিব

নালাগে। যদি মৃদু অৰ্থাৎ কোমল শব্দ ব্যৱহাৰ কৰিব খোজা তেন্তে এনে ঠাইত সেই শব্দ লগোৱা উচিত, যে তাৰ যেন আগত বা পাচত এটাও কৰ্কশ শব্দ নাথাকে। কোমল আৰু কৰ্কশ শব্দ একে ঠাইতে লিখিলে ভাত আৰু কটা চাউল মিহলোৱা যেন হয়। কৰ্কশ শব্দৰ যে গুণ নাই এনে নহয়, ঠাই বিশেষে তেনেকুৱা শব্দ ব্যৱহাৰ কৰিলে বৰ সুন্দৰ হয়। তাকে জানিবা ঠাই চাই লগাব লাগে। বহুত কৰ্কশ শব্দ একে লগে ব্যৱহাৰ কৰিলেও সময়ে সময়ে শুনিবলৈ ভাল হব পাৰে। যিবোৰ শব্দ মৃদু তাকো অঠাইত লগাব না-লাগে। এইটো সদাই মনত ৰাখিবা যে যি কথাটো লিখা সেয়ে যেন শুনিবলৈ ভাল হয়। সুশ্ৰাব্যতা সাহিত্যৰ এটা ঘাই গুণ। ই যত নাই মানুহে তাক আদৰ নকৰে। এই বিষয় তলত এটা উদাহৰণ দিয়া গল।

“অবলা কোমল লতিকা প্ৰভঞ্জনৰ বেগ সবলৈ নোৱাৰি কাতৰভাৱে ধৰণীত আশ্ৰয় লৈছে।”

এই বাক্যটোৰ ভিতৰত এটা কৰ্কশ শব্দ ব্যৱহাৰ কৰা হৈছে, কিন্তু সি উপযুক্ত ঠাইত পৰা নাই। কাৰণ তাৰ আ-গত আৰু পাচত যিবোৰ শব্দ আছে সেইবোৰ কোমল। ইয়াত “প্ৰভঞ্জন” নেলেখি বতাহ বা অনিল লিখিলে ভাল হয়। এই দৰে কৰ্কশ শব্দৰ লগত কোমল শব্দ ব্যৱহাৰ কৰাও বেয়া, যেনে, “থৰ-থৰি কম্পন্ত কদলী বৃক্ষ যেন।”

এই বাক্যটোত কৰ্কশ শব্দ বহুত, কিন্তু তাৰ মাজত “কদলী” শব্দটো কোমল আছে। ইয়াত কদলী নিদি ৰম্ভা বা আন কোনো কৰ্কশ শব্দ দিলে ভাল হব হেঁতেন।

অকল শব্দ বিন্যাসৰ গুণেকে যে লিখা মধুৰ হয় এনে নহয়, বাক্য বন্ধাতো কিছু কথা আছে । যিবোৰ বাক্য লিখা যায়, সেই এটাইবোৰ যদি বৰ দীঘল হয়, তেনে হলে পঢ়োঁতে অসুবিধা জন্মে, আৰু যদি বাক্য বোৰ নিচেই চুটি হয়, তেন্তে ভাষাৰ ৰস নাইকিয়া হব পাৰে। লিখকে বাক্য বোৰ এনে ভাবে চুটি বা দীঘল কৰিব লাগে যেন ভাবৰ লগে লগে সিহঁতো উঠা নমা কৰে । যেতিয়া ভাবৰ উগ্ৰতা বাঢ়ি যায়, তেতিয়া বাক্যও দীঘল হৈ যোৱা ভাল; আৰু যেতিয়া ভাবৰ গতি শীতল বা ধীৰ হৈ আহে, তেতিয়া বাক্য-বোৰকো লাহে লাহে চুটি কৰি আনিব লাগে। পানীৰ ঢৌ যেনেকৈ বতাহৰ লগে লগে বাঢ়ে আৰু কমে, সেই দৰে ভাবৰ লগে লগে বাক্যও দীঘল চুটি কৰা উচিত, যেনে,

"মোৰ দুখৰ কথা কি কম, কুলাই পাচিয়ে নধৰে । সকতে মাউৰা হলোঁ । আই মৰিল, বোপাই মৰিল, ভাই মৰিল, ভনী মৰিল, বংশ লোপ হল, ভেটী উছন হল, ঘৰত সাঁজ লগাওঁতা নাইকিয়া হল, কেৱল মাত্ৰ বংশধৰ বলোঁ মই ।"

এই কথাটোৰ মাজৰ বাক্যটো বৰ দীঘল হৈছে । কিয়নো তপ বৰ্ণাওঁতে বক্তাৰ ভাবৰ অৰ্থাৎ দুখৰ বেগ অতি তীব্ৰ হৈ উঠিল । মনৰ বিকাৰত কথাৰ ওৰ নপৰাতে পৰিল । কিন্তু যদি এই কথাটো এই নিয়মে নেলেখি, দীঘল বাক্য ভাঙ্গি চুটি কৰি লিখা যায়, তেন্তে গুণিৰটেল বেয়া হব; যেনে,

"মোৰ দুখৰ কথা কি কম ? কুলাই পাচিয়ে নধৰে । সকতে মাউৰা হলোঁ । আগেয়ে আই মৰিল, তাৰ পাচে বোপাইও ঢুকাল । যিবা ভনী এজনী আছিল তাইও মৰিল।

সবক্ৰমেত ভাইটিও গল। আমাৰ বংশ একেবাৰে নিৰ্ব্বংশ হল। ভেটী উছন হৈ গঁাজ লগাওভাই নাইকিয়াত পৰিল। ঘৰ খানৰ ভিতৰত বৰ্গে৺া মাথোন ৰই।"

এতিয়া আগৰ কথাটো এই টোবে লৈতে মিলাই চোৱঁ কিমান বেয়া-ভাল হৈছে। আগৰটো পঢ়িলে পঢ়োঁতাৰ তেজ তপত হয়, মনৰ গতি তীব্ৰ হৈ উঠে, আৰু গাৰ শি টনটনীয়া হয়। ভাত ভাব যেনে, বাক্যও সেই প্ৰকাৰে দীঘল চুটি কৰা হৈছে। তলৰটো কিন্তু সেই ৰূপ নহয় কথাৰ ভাবটো হল তীব্ৰ, কিন্তু তাক এনে ভাবে প্ৰকাশ কৰা হৈছে যে পঢ়িলে বোধ হয় কওঁতা জনে নকৰৰ ই চ্ছাৰেহে এলাহত দুই আষাৰ একাসাৰকৈ কথা উলিয়াইছে ভাবৰোৰেই যেন বান্ধ নাখায়, শব্দকেটাই যেন ওলাই নপৰে

শব্দ পাতনিৰ বিষয় আৰু চাইটা মান কথা কবি আছে। কেতিয়া মৃদু শব্দ আৰু কেতিয়া কৰ্কশ শব্দ ব্যৱহাৰ কৰিব লাগে, তাক শিখিবলৈ সহজ কৰিলেই আপোন অপুনি জনা যায়। তেও সেই বিষয় স্থূল স্থূল দুই চাইটা কথা ইয়াত কোৱা উচিত। লিখকে যে ওৰা মানুহৰ মনত মৰম বা বিষাদ জন্মাব খোজে, তেতিয়া যত পোৱা যায় কোমল শব্দ ব্যৱহাৰ কৰা ভাল। এই দেখি কোনো মানুহৰ দুখ বৰ্ণাব লাগিলে বা কোনে কেনেকৈ কান্দিছিল তাক বৰ্ণাব লাগিলে, মৃদু শব্দ লগোৱা যুগুত। তিৰোতাৰ বা লৰাৰ মুখেৰে কথা কোৱাব লাগিলে তেতিয়াও মৃদু শব্দ ব্যৱহাৰ কৰিব লাগে। আৰু তিৰোতা বা লৰাৰ কথাত নীতিগভা বা গুৰু ভাব স্থমাই দিয়াটো বেয়া। করুণা ৰ-

েত লিখা কথাত সদাই কোমল শব্দ ব্যৱহাৰ কৰে। খোজ-দীয়া মগনীয়াৰ মুখতো কোমল শব্দহে দিয়া উচিত। আৰু সাধাৰণ বৰ্ণনাত অৰ্থাৎ লোকে যি কৈছিল বা কৰিছিল, তাক কব লাগিলে মৃদু শব্দবোৰহে কোৱা ভাল। বিচাৰতো কোমল শব্দ ব্যৱহাৰ কৰে। লোকক উপদেশ দিয়াতো প্ৰায় মৃদু শব্দ দিয়া দেখা যায়। এই দৰে কৰ্কশ শব্দও সময়ে সময়ে ব্যৱহাৰ কৰিব লাগে। মানুহৰ খং বৰ্ণাব লাগিলে বা এজনক খঙেৰে কথা কোৱাব লাগিলে কৰ্কশ শব্দ ব্যৱহাৰ কৰে। অহঙ্কাৰ বা গম্ভীৰ ভাব বুজাবৰ হলে কৰ্কশ শব্দ বা চুটী মৃদু শব্দ লিখা যেয়া। তাত দীঘল দীঘল মৃদু শব্দ লগাব লাগে। বজাৰ মুখত প্ৰায় দীঘল কোমল শব্দ দিয়া দেখা যায়। ধীৰৰ মুখত দীঘল মৃদু শব্দ দিয়া উচিত।

আমি মৃদু আৰু কৰ্কশ শব্দৰ কথা বহুত কৈ আহিলোঁ। কিন্তু মৃদু আৰু কৰ্কশ শব্দ কাক বোলে তাৰ কথা মুঠেই কোৱা নাই, এতেকে সেই বিষয় আৰু চাৰি আসাৰ মান কব লাগিল। বৰ্ণ অনুসৰি শব্দ মৃদু বা কৰ্কশ হয়। যদি এটা শব্দত কেইবাটাও কোমল আখৰ থাকে, তেন্তে তাকে কোমল শব্দ বোলে। আৰু যদি কৰ্কশ আখৰ বহুত থাকে, তেনে-হলে তাক কৰ্কশ শব্দ বোলা যায়। স্বৰবৰ্ণ এটাইবোৰ কোমল। ব্যঞ্জন বৰ্ণৰ ভিতৰত প বৰ্গৰ সকলোবোৰ আখৰ মৃদু, আৰু আনবোৰ বৰ্গৰ দ্বিতীয় আৰু চতুৰ্থ আখৰবোৰত বাজে বাকিবোৰ মৃদু। য, ৰ, ল, ৱ, এইকেইটা আখৰক কোমল বোলে, কিন্তু হ ক্ষ সদাই কৰ্কশ। অনুস্বাৰ কোমল আখৰত লগালে কোমল আৰু কৰ্কশ আখৰত লগালে কৰ্কশ

হয়। বিসৰ্গ সদাই কৰ্কশ, আৰু তাৰ যতে লগোৱা যায় তাকে কৰ্কশ কৰে। চন্দ্ৰবিন্দু মৃদু। যি শব্দটোত কোমল আখৰৰ ভাগ বেছি, সেই শব্দ কোমল, আৰু যত কৰ্কশ আখৰৰ ভাগ সৰহ, তাক কৰ্কশ বোলে। আৰু শব্দটোৰ আদিতে কৰ্কশ আখৰ থাকিলে কোনো কোনো লোকে তাক কৰ্কশ বুলি ধৰে। পানী, পদুম, লতা, পাত, শীল, গাখীৰ, মাখন, লৰা, বালা ইত্যাদি শব্দ কোমল। হয়, খণ্ড, ঢাল ঝঞ্ঝাত ইত্যাদি শব্দ কৰ্কশ। দুটা বা বেছি ব্যঞ্জন বৰ্ণ গোট খাই যি বৰ্ণটো হয়, সিও কৰ্কশ, এতেকে যি শব্দত যুক্তাক্ষৰ সৰহ তাকো কৰ্কশ শব্দ বোলে। কিন্তু কেতিয়াবা যুক্তাক্ষৰ থকা শব্দকো মৃদু বুলি ধৰা দেখা যায়। পৰ্য্যাঙ্ক, নিষ্কলঙ্ক, প্ৰস্তৰ ইত্যাদি কেওবিলাক শব্দ কৰ্কশ, কিন্তু অ-লঙ্কাৰ, শঙ্কা, দুষ্কৰ ইত্যাদি শব্দ মৃদু। অসমীয়া ভাষাত কিছুমান যোৰ-শব্দ আছে; যেনে, লাং-লাং থাং-থাং, তহ-তহ, নেহ-নেহ থেহ-থেহ, ভোৰ-ভোৰ, আঙোৰ পাঙোৰ; এইবোৰ শব্দও কৰ্কশ, কিন্তু ঠাই বিশেষে ইহঁতে কোমল শব্দৰো কাম কৰিবলৈ পাৰে।

মানুহে পতি যেনে স্বভাৱ বেলেগ, ভাষায় পতি সেই দৰে লক্ষণ বেলেগ। অসমীয়া ভাষাত যোৰ-শব্দ অগণন। আন ভাষাটো দুই চাইটা আছে হয়, কিন্তু তাৰ সংখ্যা অতি কম। আৰু সেই ভাষাৰ লিখক বিলাকেও লিখিবৰ সময় যোৰ লগাই কথা ৰবকৈ নেলেখে। যত যোৰ-শব্দ লিখিব লগা হয়, তত তাৰ কেৱল এটা মাথোন লিখে। কিন্তু অসমীয়া ভাষাত যোৰ-শব্দ যোৰে যোৰে লিখিব লাগে। কিয়নো,

আম্বাৰ যোৰ কথা আনবোৰ ভাষাৰ যোৰ-শব্দৰ নিচিনা নহয়। অসমীয়া যোৰ কথাৰ যোৰ ভাঙ্গিলে অৰ্থ নাথাকে। ইয়াৰ প্ৰমাণ ওপৰত দিয়া শব্দ এটা ভাঙ্গি চালেই পোৱা যায়। জহ-তহ এই এটা যোৰ-শব্দ, তাৰ যদি কেৱল এডোখৰ মাথোন লিখা যায়, অৰ্থাৎ যদি জহ মাথোন লিখি থোৱা, তেন্তে তাৰ অৰ্থ থাম হে হব। জহ-তহ বুলিলে যি বুজায় জহ বুলিলে তাকে নুবুজায়। আৰু যদি তহ মাথোন লিখা, তেনেহলে তাৰ একো অৰ্থই নহয়। যোৰ শব্দ আৰু এবিধ আছে, যেনে ভাত-পানী, তেল-কুৰ। এই বিধ যোৰ-শব্দৰ যোৰ ভাঙ্গিব পৰা যায়। কিন্তু কোনো কোনো ঠাইত ইয়াৰো যোৰ ভাঙ্গিলে বেয়া হয়। দুয়োটা একে লগে লিখিলে যি ভাব হব, আৰু কথাটোৰ যেনে বল হব, যোৰ ভাঙ্গি লিখিলে তেনেকুৱা নহয়। অসমীয়া যোৰ শব্দ যোৰ লগাই লিখাই উচিত। কিছুমান শব্দ আছে, সিইঁতক দেখোঁতে যোৰ যেন দেখি হয়, কিন্তু আচলতে যোৰ শব্দ নহয়। আমি যেতিয়া বেজাৰত বা এলাহত বা ধেমালিত কথা কওঁ, তেতিয়া শব্দে পতি আৰু একোটা লজ লগাওঁ, যেনে ঘৰ চৰ, পানী চানী। এই বাৰ যোৰ শব্দ নহয়; কিয়নো ঘৰ শব্দৰ পৰা চৰ আৰু পানী শব্দৰ পৰা চানী কাটি নিলেও অৰ্থ অলপো নলৰে। লিখিবৰ সময় কেতিয়াও এই দৰে কথা যোৰ লগোৱা উচিত নহয়। কথা কওঁতেও এই দৰে নোকোৱাই ভাল। গম্ভীৰ ভাৱত কথা কলে শব্দ এই দৰে যোৰ লাগি নোলায়েই। এই বিষয় আৰু এটা কথা মন কৰিব লাগে। শেষ বিধ

শব্দৰ যোৰৰ টো সদাই চ ৰে আৰম্ভ হয়, যেনে মানুহ-চানুহ, দা-চা। কিন্তু যেতিয়া মূল শব্দ চ বা ছ ৰে আৰম্ভ হয়, তেতিয়া উপশব্দটো টৰে আৰম্ভ হয়, যেনে চাউল-টাউল ছাগলী-টাগলী ।

কোনো মানুহে একেবাহে কোনো কাম কৰি থাকিব নোৱাৰে; মাজে মাজে জিৰালে কাম ভাল নহয়। কথা কওঁতেও ঠায়ে ঠায়ে ৰব লাগে, একেবাহে কৈ গলে উশাহ চুটি হয়। সেই দেখি মানুহে একোটা কথাৰ অৰ্থাৎ ভাবৰ ওচৰ পৰিলে তাতে অলপ ৰয়। লিখাটো সেই দৰে মাজে মাজে কুট দি যাব লাগে। কিয়নো, পঢ়োঁতাই তেহে কত ৰব লাগে বুলি জানিব পাৰে। কেৱল এই কাৰণেহে যে কুট ব্যৱহাৰ হয় এনে নহয়, ইয়াৰ আৰু এটা কাৰণ আছে। উচিত ঠাইত কুট নিদিলে কেতিয়াবা কথা বুজিবলৈকে টান হয়। যাৰ লগত যাৰ মিল নাই, তাৰ লগতো তাৰ মিল পাতি লোৱা যায়; আৰু মিল থকা কথাকো অমিল বুলি ধৰিব পাৰে। কুট ব্যৱহাৰ কৰাত সাৱধান হৈ ঠাই চাই ব্যৱহাৰ কৰা উচিত, নাইবা যত বুজিবলৈ উজু, তাতো শঙ্কট উপস্থিত হব পাৰে। অঠাইত ভুল কৰি কুট দিয়াতকৈ মুঠেই নিদিলেও ভাল।

ভাষাৰ লক্ষণ অনুসাৰে কুটৰ সংখ্যা অলপ বা সৰহ হয়। ইউৰোপৰ ভাষাবিলাকত কুট বহুত পৰিমানে ব্যৱহাৰ কৰে; ভাৰতবৰ্ষৰ ভাষাবিলাকত কুটৰ ব্যৱহাৰ অতি কম। আগৰ লিখাকবিলাকে এটা মাথোন কুট ব্যৱহাৰ কৰিছিল, তাৰ নাম ছেদ। আমাৰ দেশৰ ভাষা বোৰৰ গাঁথনি সৰল,

অর্থাৎ বৰ যেৰ-জোট নাইকিয়া; সেই দেখি কুটো স-
ংহকৈ নালাগে। গোন কথা সহজে বুজিব পাৰি। কুট
ব্যৱহাৰ কৰাৰ নিয়ম প্ৰায় লিখকে পড়ি যেলেগ যেলেগ।
তুমি যত যত কুট দিবা, মই তাত নিদি আন ঠাইতো
দিব পাৰোঁ, তেও অৰ্থৰ একো ব্যতিক্ৰম নহয়। কিন্তু
কিছুমান সাধাৰণ নিয়ম আছে তাক সকলোৱে জনা উচিত।
আগেয়ে কোৱা হৈছে, যে আদিতে আমাৰ কুট একেটা হে
আছিল, কিন্তু আজি কালি তাৰ সংখ্যা বাঢ়িছে। ইংৰাজী
ভাষাৰ পৰা বহুত কুট গ্ৰহণ কৰা হৈছে। সেই কুটবোৰৰ
নাম আৰু ব্যৱহাৰৰ নিয়ম তলত দিয়া গল।

লঘু যতি ( , ) যেতিয়া কোনো বাক্যৰ ভিতৰত দুটা
বা বেছি বিশেষ্য বা বিশেষণ ব্যৱহাৰ কৰা যায়, তেতিয়া
সেইবোৰ শব্দৰ মাজে মাজে একোটা যতি দি যাব লাগে;
যেনে, চন্দ্ৰ, সূৰ্য্য, বায়ু, বৰুণ সকলোৱে সাক্ষী আছে। সি
এলেহুৱা, দুষ্ট, কানীয়া, আৰু টুটকীয়া।

এটা কথা অৰ্থাৎ বাক্যৰ ভিতৰত সৰু সৰু কেইবাটাও
ভাৰ থাকে, সেই এটাইকেইটা ভাৰ গোট খাইহে এটা পূৰ
ভাৰ বা কথা হয়। এনে ঠাইত সেই সৰু ভাৰৰ অন্তে
অন্তে একোটা যতি দিব লাগে; যেনে, মই গা ধুলোঁ, ভাত
খালোঁ, কাপোৰ পিন্ধিলোঁ, তেও সি আহি নাপালে।

গুৰু যতি ( ; ) দুফাঁকি কথাৰ পৰস্পৰ ওচৰ সম্পৰ্ক থকা
দেখাবলৈ এই চিন দিয়া যায়; যেনে, ঈশ্বৰ সৰ্ব্বশক্তিমান, সৰ্ব্ব-
কৰ্ত্তা, আৰু সৰ্ব্বজ্ঞ; এতেকে তেওঁক ভক্তি কৰা উচিত।
তোমাৰ জীৱন সোনকালে নষ্ট হব; এই কাৰণে তাক

ভাল কামত লগাবা।

ছেদ (।) এই চিন কোনো এক বাক্যৰ অৰ্থ সম্পূৰ্ণ হলে, তাৰ পাচত ব্যৱহাৰ কৰা হয়; যেনে, তেওঁ ইয়াত থকা কালত আমাৰ সৈতে তেওঁৰ আত্মীয়তা হৈছিল; কিন্তু এতিয়া তেওঁৰ তেনে ভাব নাই।

পদ্যৰ শেহৰ ফাঁকিৰ অন্তত এই চিন দুটা হয়; যেনে, "কৃষ্ণৰ কিঙ্কৰে ভণিলা শঙ্কৰে। হৰি হৰি বোলা সমস্ত নৰে॥"

প্ৰশ্ন-কুট (?) সোধা কথাৰ পাচত এই কুট দিয়া যায়; যেনে, এই পুথি খনিৰ নাম কি? কেবল পেট পোহাই মানুহৰ কাম নে?

ভাববোধক কুট (!) এই চিন মনৰ দুখ আদি ভাব, নাইবা সম্বোধন বুজুৱা কথাৰ শেহত দিয়া যায়; যেনে, হাঁয় হাঁয়! হে জগদীশ্বৰ! উঃ কি ভয়ঙ্কৰ কথা!

প্ৰক্ষেপ-চিন (" ") এই চিন আপুনি লিখা বাক্যৰ ভিতৰত অন্য মানুহে কোৱা বা লিখা কথা সুমালে সেই কথাৰ আগত আৰু পাচত দিয়া যায়; যেনে, পাহৰণত কৰা দোষ ক্ষেমিব লাগে, কাৰণ জ্ঞানী সকলে কৈছে "ভ্ৰম কৰা মানুহৰ, আৰু ক্ষমা কৰা ঈশ্বৰৰ গুণ।"

ঊৰ্দ্ধৰেখা (৺) এই চিন অকলে থাকিলে ওপৰত থকা জন অৰ্থাৎ ঈশ্বৰক বুজায়, আৰু মানুহৰ নামৰ আগত দিলে মৰা বুজায়; যেনে শ্ৰীশ্ৰী ৺ সমীপত, অৰ্থাৎ ঈশ্বৰৰ আগত। ৺ ৰুদ্ৰেশ্বৰসিংহ, অৰ্থাৎ মৃত ৰুদ্ৰেশ্বৰসিংহ।

অনুক্তি-চিন (—) কোনো কথাৰ মাজত কোনো মানুহৰ নাম আদি প্ৰকাশকৈ কবৰ ইচ্ছা নহলে এই চিন দিয়া

যায়; যেনে, শ্রীযুত— যেনে কাম কৰিছে কি কম?

লোপ-চিন ( * * * ) কোনো কথা এৰি দিয়া বুজা-ৱলৈ এই চিন দিয়া যায়।

গদ্যৰ সাধাৰণ লক্ষণ কেনেকুৱা তাৰ আলোচনা কৰা হল। এতিয়া কি কি বিষয় গদ্যত লিখা ভাল আৰু কি কি বিষয় বেয়া, তাৰে বিচাৰ কৰিব লাগিব। প্ৰথমতে আমি গদ্য ভাগ ভাগ কৰি তাৰ একো ভাগৰ ভিতৰত কি আছে তাৰে বিচাৰ কৰিম; তেহে কি কি কথা গদ্যেৰে লিখিলে ভাল জনা যাব। সচৰাচৰ গদ্যত দুবিধ কথা লিখা দেখা যায়। সদাই যি যি কথা দেখা যায়, শুনা যায়, বা শিক্ষা কৰা যায়, তাক প্ৰায় গদ্যত লিখে। আৰু কেতিয়াবা মানুহে মনেৰে সাজি ন কথাও গদ্যত লিখা দেখিবলৈ পোৱা যায়। ইয়াৰে ওপৰৰ বিধৰ নাম মূল কথা, আৰু তলৰ বিধৰ নাম উপকথা বা উপন্যাস। সম্প্ৰতি মূলকথাৰ আলোচনা কৰা যাব।

## মূল কথা।

মনৰ ভাব যিমান অলপ কথাৰে প্ৰকাশ কৰিবলৈ পৰা যায় সিমান ভাল; এই কথা অনেক পণ্ডিতে কৈ গৈছে। যি কথাটো চাইটা শব্দেৰে কৰ পাৰি তাক দহোটা শব্দেৰে লিখিলে বৰ বেয়া হয়। বাছি বাছি শব্দ বা এটা কথাকে পাঁচোটাকৈ লিখিব পাৰিলেই যে পণ্ডিতালি কৰা হল, এনে নহয়। আৰু এটা কথাকে কেইবা ঠাইতো কেইবা ৰকমে কলেও প্ৰবন্ধ বেয়া হয়। যত যি কথাটো লাগে তাত সেই কথা সংক্ষেপে কৈ থব পাৰিলে ভাল। কিন্তু কোনো কোনো বিষয় আছে, তাক বহুত কথাৰে নানা ৰকমে বুবাই লিখিলে

দোষ নাই। যি বিষয় সকলোৱে জানে, সকলোৱে দেখিছে খা শুনিছে, তেনেকুৱা বিষয় লিখিলে শব্দাধিক্য একো দোষ নহয়। লিখাৰ উদ্দেশ্য মানুহৰ দুটা। কোনোৱে কিবা এটা আনে নজনা নুশুনা নতুন কথা পায়, তাকে লিখে। কোনোৱে বা পুৰণি কথাকে ন সাজ পিন্ধাই মনোৰম কৰে। শেহৰ বিধ লিখকে তেওঁৰ মনৰ জোখায় শব্দ, ভাব, আৰু উপমা লগাব পাৰে; কিয়নো তেওঁ লিখা পুথি মানুহে ন কথা জানিবলৈ নপঢ়ে। কেবল তেওঁনো তাক কেনেকৈ লিখিছে, কি ন অলঙ্কাৰ লগাইছে, বা কি নতুন উপমা দিছে, তাকে চাবলৈহে পঢ়ে। অৰ্থাৎ তেওঁৰ কিতাপত মানুহে কেৱল সাহিত্য বিচাৰে। লিখাৰ দ্বিতীয় উদ্দেশ্য হৈছে, আগেয়ে নজনা কথা প্ৰকাশ কৰা বা জনা কথাকে মনত ৰাখিবলৈ লিখা। এই বিধ লিখকে উপমা যোজনা এৰি দি কেৱল সাৰ কথাত ধৰে; অৰ্থাৎ তেওঁ বেছি শব্দ বা ভাব লগাই ভাষা ধুনীয়া কৰিবলৈ পুৰুষাৰ্থ নকৰে। চুটি চুটি কথাৰে কেৱল মনৰ ভাব ব্যক্ত কৰি থয়। এই বিধ কথাকে আমি মূল কথা বুলিছোঁ। মূল কথা লিখোঁতে সদাই মূলতে থাকিব লাগে, তাক এৰি ধুনীয়া শব্দ বা ভাব বিচাৰিবলৈ যোৱাটো ভাল নহয়। ইয়াক লিখোঁতে পোন পোন ভাব উজু উজু শব্দ, আৰু চুটী বাক্য ব্যৱহাৰ কৰা উচিত। ইতিহাস এবিধ মূল কথা। তাক লিখোঁতে যদি বৰকৈ অলঙ্কাৰ লগোৱা যায়, তেন্তে পঢ়োঁতাই অলঙ্কাৰকে চাব নে কথাকে মন কৰিব? এনে ঠাইত মানুহে আচল কথাকেইটাহে বিচাৰে, তোমাৰ ভাষাৰ ধুনলৈ মন নিদিয়ে। আৰু ইতিহাস

লিখোঁতে এনে শব্দ ব্যৱহাৰ কৰা উচিত, যে তাৰ পৰা যেন এটাতকৈ বেছি অৰ্থ উলিয়াবলৈ নোৱাৰি, কাৰণ তেনেহলে মূল কথাৰে ব্যতিক্ৰম হয়। লিখা সম্পৰ্কে মানুহৰ দুই এটা স্বাভাৱিক দোষ আছে, তাক গুচাবলৈ অতি টান। কোনো এটা কথা বৰ্ণাব লাগিলে নিজৰ মন গঢ়া দুই এটা কথা তাত সুমাই দিবলৈ মন যায়। কিন্তু ইতিহাস লিখোঁতে বা কোনো সত্য কথাৰ বৰ্ণনা কৰোঁতে এই দোষটোৰ হাত এৰাব পাৰিলে বৰ ভাল। আচল কথাৰ লগত উপকল্পা কথা সুমাই দিলে কেৱল মানুহক ছল কৰা হয়। পঢ়োঁতাই সেই মিছা কথাকো সচা বুলি ধৰে। ইয়াৰ আৰম্ভতে কোৱা হৈছে, যে কথা বঢ়াই কোৱা সাহিত্যৰ এটা প্ৰধান লক্ষণ। ইয়াৰ পৰা অৱশ্যে ঠাই লৈ আৰু সময় লৈ বৰ উপকাৰ হয়। কিন্তু ঠাই বিশেষ তাৰ পৰা ইমান অন্যায় হয়, যে কৈ অন্ত কৰিব নোৱাৰি। ইতিহাস লিখোঁতে যাতে এই দোষ নজন্মে তাৰে যতন কৰিব লাগে। কিয়নো মানুহে কোনো মহৎ কামত হাত দিব লাগিলে আগেয়ে ইতিহাস পঢ়ি আগৰ মানুহে তেনেকুৱা কাম কেনেকৈ কৰিছিল জানি লয়। ইতিহাসৰ পৰা মানুহে জ্ঞান শিকে, তাত যদি মিছা কথা থাকে তেন্তে কিমান অপকাৰ হব পাৰে চোৱাচোন! এই কথাটো আমাৰ আগৰ লিখকবিলাকে নাজানিছিল। তেওঁলোকে যি লিখে তাতে কথা বঢ়াই লিখিছিল। ধৰ্ম্ম সম্বন্ধে পুথি লিখোঁতেও সাবধান হৈ লিখা উচিত। তাৰ এটা কথাৰ দহোটা অৰ্থ ওলালে বৰ বেয়া। আমাৰ দেশত যে আগেয়ে সতী দাহ প্ৰথা আছিল সিও শাস্ত্ৰ লিখাৰ দোষৰ

হে কল । যি শ্লোকত সতী দাহ কৰিবলৈ কৈছে, তাৰ অৰ্থ আচলতে সেইটো নহয় । ইয়াৰ প্ৰমাণ আক্বৰ বজাৰ দিনত ওলাইছিল । তেতিয়াৰ বামুন বিলাকে দেশৰ নিয়ম ৰক্ষা কৰিবৰ মনেৰে শ্লোকটো বজাক আন প্ৰকাৰে বুজাই দিলে । এনেকুৱা কথা যে আমাৰ শাস্ত্ৰত কিমান আছে তাক কব নোৱাৰি । এই দেখিছে আজিও কিছুমান পণ্ডিতে বিধবা বিবাহত মত দিয়ে, আৰু কিছুমানে নিদিয়ে । এই দোষ যে কেৱল আমাৰ ধৰ্ম্মশাস্ত্ৰতহে পোৱা যায় এনে নহয়; আন জাতিৰ শাস্ত্ৰতো বহুত পৰিমাণে পোৱা যায় । বাই-বেলত কয়, বোলে যি বস্তু আমাৰ ভিতৰলৈ যায়, সি মানুহক অশুচি নকৰে, যি ওলাই আহে সেয়েহে অশুচি কৰে । এই কথাটোৰ অৰ্থ কি বোধ কৰোঁ সকলোৱে বুজে, তেও কছিয়া দেশত ইয়াৰ অৰ্থ বেলেগ হৈছিল । তাৰ পাদ্ৰুৰি বিলাকে মানুহক ধঁপাত খাবলৈ নিদিছিল, কিয়নো ধোঁৱা মুখৰ পৰা ওলাই আহে, এতেকে সি মানুহক অশুচি কৰিব পাৰে ।

আৰু এবিধ মূল কথা আছে তাক বিজ্ঞান বোলে । বি-জ্ঞান লিখোঁতে বৰ সাৱধান হোৱা উচিত, কিয়নো তাৰ কথা অলপ লৰিলেই বহুত অপকাৰ হয় । ইয়াত অলঙ্কাৰ বা উপমা লগাব নোৱাৰি; কথা বঢ়াবলৈ শব্দও বেছিকৈ লিখিব নোৱাৰি । ওপৰত কৈ অহা হৈছে, যে ইতিহাস লিখোঁতে দুটা বা তিনটা অৰ্থ হব পাৰে এনে কথা তাত লিখা উচিত নহয়; বিজ্ঞান লিখোঁতো এই নিয়ম মতে চলিব লাগে; নাইবা কেতিয়াবা বিষম বিপদ উপস্থিত হব পাৰে ।

---

PLEASE HANDLE THE BOOK CAREFULLY



## উপকথা ।

এজন ইংৰাজ লিখকে এঠাইত কৈছে যে মানুহে সঁচাতকৈ মিছা বেচি ভাল পায় ; সঁচা কথা প্ৰায় নীৰস, এতেকে মানুহৰ মনত সদাই আনন্দ দিবলৈ নোৱাৰে । এই নিমিত্তেহে পৃথিবীত মিছা কথাৰ ইমান প্ৰভাৱ । সঁচা কথা ঠৰঙা, তাক ইচ্ছা মতে ইফাল সিফাল কৰিবলৈ নোৱাৰি । লিখকে নিজৰ ইচ্ছা অনুসাৰে তাক শোকজনক বা আনন্দদায়ক কৰিব নোৱাৰে । এই কাৰণে সত্য কথাই মানুহৰ আদৰ নাপায় । কিন্তু মিছাৰ লক্ষণ বেলেগ ; তাক যেনি ইচ্ছা তেনিয়ে হলাব পাৰি । মিছা কথাৰ এই গুণ থকাৰ নিমিত্তে মানুহৰ বৰ মৰম পাইছে । ইতিহাস, বিজ্ঞান, ইত্যাদি যিবোৰ সঁচা কথা আছে তাক অতি কম মানুহে ভাল পায়, কিন্তু "আৰবৰ উপকথা," "পাৰশ্যৰ উপকথা" নাটক ইত্যাদি যিবোৰ মিছা কথাৰ ভঁৰাল আছে তাক হলে সকলোৱে আদৰ কৰি পঢ়ে । উপকথাৰ পৰা যে কিবা উপকাৰ হয় তাক কব নোৱাৰি, তেও যিবিলাক উপকথা লিখে তেওঁলোকৰ ছুই চাৰি জন প্ৰশংসাৰ পাত্ৰ । এই লিখকবিলাকে এটা মিছা কথাকে এনেকৈ সজাই লিখিব, যে পঢ়িলে আচৰিত হব লাগে । যদিও মিছা কথা কোৱা বৰ উজু কাম, তেও তাক গঢ় লগাই মানুহৰ মনমোহা কৰিবলৈ টান । দেখা বা শুনা কথা বৰ্ণাবলৈ একো টান নহয়, কিন্তু কেতিয়াও নোহোৱা নোপজা কথা এটা গঢ় গতি লগাই কোৱাটো সাধাৰণ বুদ্ধিৰ কাম নহয় । আমাৰ হিতোপদেশৰ কথাবোৰলৈ মন কৰিলে দেখিবা যে তাৰ একোটা সাধু কথা ভাবি উলিয়াওঁতে লিখকৰ মুৰ বাই

জাই কৰিছিল। কিছুমান মানুহে এইবোৰ কথা একো টান নহয় বুলি ভাবে। ইয়াৰ কাৰণ এই, যে তেওঁলোকে কেতিয়াও নতুন কথা লিখি পোৱা নাই। সেই বিলাক মানুহক কওঁ যেন তেওঁলোকে নিজে এদিন সাধু-কথা এটা সাজি চায়, তেনেহলে বুজিব পাৰিব, হিতোপদেশ লিখোঁতে লিখকে কিমান টান পাইছিল।

উপকথা প্ৰায় অসাৰ। হিতোপদেশৰ কথাকেটাত যদিও সাৰ পোৱা যায়, তাৰ বিশেষ কাৰণ আছে। সেইবোৰ কথাৰ উদ্দেশ্য বেলেগ আছিল। লৰাক মূল কথা বুজাবলৈ লিখকে উপকথাৰ আশ্ৰয় লৈছিল। নীৰস মূল কথা ভাঙ্গৰেই শুনিবলৈ ভাল নাপায়, লৰাই ভাত কি মন দিব। এই দেখি সুপণ্ডিত লিখকে তাক সৰু সৰু সাধু-কথাৰে বুজাই দিছিল। সকলো উপকথাৰ এই উদ্দেশ্য নহয়। আজি কালি বন নোহোৱা মানুহৰ মন ভালে ৰাখিবলৈহে উপকথা লিখা হয়। এইবোৰ উপকথাৰ পৰা সাৰুৱা বস্তু পাবলৈ টান। তেও যে এনেকুৱা কথা পঢ়া বা লিখা একেবাৰে বেয়া এনে বুলিব নোৱাৰি। মাজে মাজে আমাৰ মনৰ গতি এনে হয়, যে তেতিয়া একোৱেই ভাল নালাগে, সংসাৰ ভাৰ যেন বোধ হয়। এনেকুৱা সময়ত উপকথা বৰ দৰৱ। তেতিয়া ইয়াক পঢ়িলে মনৰ দুশ্চিন্তা দূৰলৈ যায়, আৰু সংসাৰ সুখময় যেন লাগে। এই দোষ নধৰিয়া মানুহক উপকথা পঢ়িবলৈ দিয়া উচিত। আৰু পৃথিৱীত কিছুমান মানুহ আছে, তেওঁলোকৰ কৰিবলৈ একো কাম নাই। বিপুল ধন-ঐশ্বৰ্য্য থকাৰ নিমিত্তে পেটলৈকো ভাবিবলৈ নালাগে, বা ধন ঘটিবলে শ্ৰম

কৰিবও নালাগে। এই বিলাক মানুহৰ কিছুমানে দেশৰ হিতত মন দিয়ে, কিছুমানে কেৱল বহিয়ে থাকে, কোনো কামতে হাত দিবলৈ ভাল নাপায়। তেওঁলোকে তাচ, দবা, বা কৰি খেলি কোনো মতে দিন কটায়। এই বিলাক মানুহলৈ উপকথা বৰ উপকাৰী। দবা বা কৰি খেলি কাল কটোৱাতকৈ অকলৈ বহি উপকথা পঢ়ি থাকিলে বহুত গুণ দিয়ে। ইয়াতে আৰু এটা কথা মন কৰিব লাগে যে ভাল উপকথা বৰ সোৱাদ বস্তু। তাচোৱাইৰ যেনেকৈ তাচলৈ ধাউতি হয়, সেই দৰে উপকথা পঢ়াও এটা বাণি হব পাৰে। বহুত লৰাই নিজৰ কাম এৰি উপকথা পঢ়ি সময় নষ্ট কৰে। এই ৰোগত এবাৰ পৰিলে এৰাবলৈ টান, আৰু আগলৈকো দুখ ভুগিব লাগে। লৰা কালত যাৰ নোহোৱা উপকথাত মন দিলে তাৰ পৰা কেতিয়াও ভাল নহয়। উপকথা পঢ়িবৰ কোন কোন সময় তাক ওপৰত কোৱা হৈছে, তাত বাজে আন সময়ত পঢ়িলে কেৱল অমূল্য সময় পানীত দলিয়াই পেলোৱা যেন হয়!

উপকথাৰ লক্ষণ দেখিলে বুজা যায়, যে ইয়াৰ মাথোন একেটা গুণ। যি উপকথাত কথাৰ গাঁথনি আৰু শব্দৰ পাতনি ভাল হোৱা নাই তাক কোনেও পঢ়িবলৈ ভাল নাপায়। যি কথাটো নকৈ সাজিবা দি আচৰিত নহলেও মনোৰম হব লাগে, আৰু লিখাৰ ধৰণো ধুনীয়া হোৱা [illegible]। শব্দ, ভাৱ, আৰু বাক্যৰ বিষয় আগেয়ে বহুত কোৱা হৈছে, সেই দেখি ইয়াত আৰু তাৰ কথা কোৱা নাযায়। উপকথা লিখোঁতে কথা কেনেকৈ গাঁথিব লাগে তাৰেহে

কথা কোৱা নাযায়। উপকথা লিখোঁতে কথা কেনেকৈ গাঁথিব লাগে, তাৰে হে কথা কোৱা হয়। কোনো উপন্যাস আৰম্ভ কৰিবৰ আগেয়ে মানুহে কথাৰ আৰম্ভ ডোখৰ আৰু শেষ ডোখৰ মনত ভাবি থিৰ কৰি লয়। কি কথাটো লিখিবা আৰু তাক কি ভাবে শেষ কৰিবা এই দুটি কথাৰ আগেয়ে ঠিকনা নকৰাকৈ কোনো উপকথা আৰম্ভ কৰিব নোৱাৰি। বিবেচনা কৰা, তুমি এজন ৰজাৰ কোঁৱৰৰ কথা কবলৈ খুজিছা। এনে ঠাইত প্ৰথমে কোন খিনিৰ পৰা কথা আৰম্ভ কৰা উচিত তাকে থিৰকৈ লব লাগে; ৰজাৰ কোঁৱৰৰ কথা তেঁওৰ জন্মৰ পৰাও ধৰিব পাৰি, বা, তেঁও যি যি ডাঙৰ কাম কৰিছে তাৰে এটাৰ পৰাও ধৰিব পৰা যায়। প্ৰায় মানুহে এনে কথা জন্মৰ পৰা আৰম্ভ কৰে। কিন্তু, কোনো কোনো ঠাইত জন্মৰ পৰা নধৰিলেই ভাল হয়। "বিজয় বসন্ত" লিখকে কোঁৱৰ দুটিৰ জন্মৰ পৰা আৰম্ভ কৰিছে, কিন্তু সেই ঠাইত সৰু ৰাণীক বিয়া কৰাৰৰ পৰা ধৰা ভাল আছিল কাৰণ, ৰজাই দ্বিতীয় বিয়া কৰাৰৰ আগেয়ে যি যি ঘটনা হৈছিল, সেইবোৰ ঘটনাৰ লগত পাছে কোৱা কথাৰ একো সম্বন্ধ দেখা নাযায়। উপকথাত যিবোৰ কথা কোৱা হয় সিইতৰ পৰস্পৰৰ ভিতৰত বিশেষ মিল থাকিব লাগে। তাৰ এটা কথা গুচালেই পাছৰটো বা আগৰটো কথা অমিল হৈ পৰিব লাগে। উপন্যাসত আৰু এটা কথা আছে। যিবোৰ ঘটনা তাত লিখা যায় সেই এটাইবোৰ যদি সাধাৰণ বা সহজে কৰিব পৰা কৰ্ম হয়, তেন্তে কিতাপ ভাল হব নোৱাৰে। নায়কৰ কা-

মনোৰ প্ৰায় টান বা আচৰিত হব লাগে। নানাবিধ উপকথা পঢ়িলে দেখা যায়, যে প্ৰত্যেক উপন্যাসৰ নায়কক অনেক শঙ্কটত পেলায়। কেতিয়াবা এনে বিপদটৈল আনে যে সেই বিপদৰ পৰা তাৰ উদ্ধাৰৰ বাটকে দেখা নাযায়। নায়কৰ বিপদ নহলে পঢ়োঁতাৰ পঢ়ি ভাল নালাগে। ইওটো চাব লাগে, যে কেৱল নানা প্ৰকাৰ বিষম শঙ্কট দেখালেই নহয়, তাৰ পৰা উদ্ধাৰ কৰাহে আচল কথা। তুমি উপকথা লি-খিবলৈ ধৰিলে দেখিবা, যে এজনক আপদত পেলোৱা বৰ উজু, কিন্তু তাৰ পৰা উপায় কৰি উদ্ধাৰ কৰাহে বৰ টান। এই খিনিতে প্ৰায় লিখকৰ বুদ্ধিৰ প্ৰমাণ পোৱা যায়। কিছু-মানে ভাল উপায় উলিয়াব নোৱাৰি যেই সেই প্ৰকাৰে নায়কক শঙ্কটৰ পৰা উলিয়াই আনে। এনেকুৱা লিখকৰ কিতাপে মানুহৰ আদৰ নাপায়। এই দোষটো দূৰ কৰিবৰ এটা উপায় আছে। যি বিপদত নায়কক পেলাব খোজা, তাৰ উপায়টো আগেয়ে থিৰ কৰি ৰাখিব লাগে. যা যি বি-পদৰ পৰা সহজে তাক উদ্ধাৰ কৰিব নোৱাৰিবা তাতে নিনিবাই। নায়কক বৰং শঙ্কটত পেলাই বেয়াকৈ উদ্ধাৰ কৰাতকৈ শঙ্কট যুঠে নেদেখুৱালেই ভাল। এজন লিখকে কেতৱ নায়কক এটা পৰ্ব্বতৰ টিঙৰ পৰা ঠেলি পেলালে। আমি সকলোৱে জানিলোঁ যে সি মৰিল, কিন্তু কিতাপৰ শেহত দেখা গল যে সি মৰা নাই। এই জন লিখকৰ ইচ্ছা আছিল, যে নায়কক এই বিপদত পেলাই তাৰ পৰা উদ্ধাৰ কৰি দেখুৱাব। প্ৰথমে যে মৰা যেন দেখুৱালে সি কেৱল আমাৰ চকুত চমক লগাবলৈহে। কিন্তু দুখৰ বিষয়,